# অসম সাহিত্য সভা বাৰ্ষিকী

## পঞ্চত্ৰিংশ অধিবেশন : তেজপুৰ

সম্পাদনাত,

শ্ৰীহৰিপ্ৰসাদ নেওগ
প্ৰধান সম্পাদক



Asam Sahitya Sabha Barsiki—Tezpur Adhibeshan, a collection of Presidential address and other materials concerning the 35th. session of Asam Sahitya Sabha, edited and published by Sri H. P. Neog, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-1.

অসম সাহিত্য সভা বাৰ্ষিকী :
তেজপুৰ অধিবেশন

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশ তেজপুৰ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ দানৰ সহায়ত প্ৰকাশিত ।

প্ৰকাশক :
শ্ৰীহৰিপ্ৰসাদ নেওগ,
প্ৰধান সম্পাদক
অসম সাহিত্য সভা, যোৰহাট

প্ৰথম প্ৰকাশ :
জানুৱাৰী ১৯৬৯ চন



বেচ—৩'০০ টকা

ছপাশাল :
ভাৰতী প্ৰেছ, তৰাজান
যোৰহাট—১

## নিবেদন

অসম সাহিত্য সভাৰ ৩৫ শ তেজপুৰ সন্মিলন বাৰ্ষিকী সাহিত্য সভাৰ গতানুগতিক ভাবে হোৱা প্ৰকাশন মাত্ৰ । সভাৰ সভাপতিসকলৰ অভিভাষণ, সম্পাদকীয় প্ৰতিবেদন আদিৰ বিৱৰণি সন্নিবিষ্ট হোৱা বাৰ্ষিকীৰ বৈশিষ্ট্য হ'ল থাওকতে সকলোখিনি বিৱৰণি সংৰক্ষণ কৰা আৰু পঢ়ুৱৈ সমাজৰ আগত সভাৰ এটি খতিয়ান দাঙি ধৰা । আনুষ্ঠানিক দিশত এনে ধৰণৰ গ্ৰন্থৰ নিশ্চয় ঐতিহাসিক মূল্য আছে । বিশেষকৈ সভাপতিৰ ভাষণ সমূহৰ পৰা সাম্প্ৰতিক চিন্তাধাৰাৰ আভাস পোৱাটো সম্ভৱপৰ হয় ।

যোৱা বছৰ ২৬, ২৭, ২৮ জানুৱাৰী তাৰিখে পুৰাণ প্ৰসিদ্ধ তেজপুৰত অসম সাহিত্য সভা সন্মিলন সমাৰোহেৰে সম্পন্ন হ'ল । তেজপুৰবাসী ৰাইজৰ সাদৰ-সহযোগত বেহা লগা পদ্ধতিৰে হোৱা কাম-কাজে উপস্থিত অগণন জনতাক নিশ্চয় আপ্যায়িত কৰিছিল । অভ্যৰ্থনাৰ আয়োজনৰ কথা বাদদিও সন্মিলনৰ মণ্ডপ, তোৰণ; মঞ্চকক্ষ; প্ৰদৰ্শনীৰ তেজপুৰৰ ঐতিহাসিক বিৱৰণ; সঙ্গীত সমাৰোহ; নাট্যানুষ্ঠান সকলোতে কলাসুলভ বৈশিষ্ট্য ৰক্ষা পৰিছিল । ইয়াৰ উপৰিও অভ্যৰ্থনা সমিতিৰ আৰ্কষণীয় প্ৰকাশ "শোণিত জ্যোতি"ৰ সংকলন অসমীয়া সাহিত্য তথা কলাজগতলৈও উল্লেখযোগ্য অৱদান । এই সকলোখিনি কাম নিয়াৰিকৈ সম্পাদন কৰা অভ্যৰ্থনা সমিতিৰ কৰ্ম্মকৰ্ত্তাসকল সদৌ দেশবাশীৰ শলাগৰ পাত্ৰ । আমিও অসম সাহিত্য সভাৰ হৈ অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীকমলা প্ৰসাদ আগৰৱালা আৰু সম্পাদকদ্বয় শ্ৰীহিতেশ্বৰ মহন্ত আৰু শ্ৰীনবীন কাথ হাজৰিকা প্ৰমুখ্যে সদৌ সুধীজনলৈ অভিনন্দন জনাইছো; লগতে আমাৰ কাৰ্য্যনিৰ্ব্বাহকৰ তেজপুৰৰ প্ৰবীণ সদস্য শ্ৰীহৰকান্ত দাস ডাঙৰীয়াৰ তৎপৰতাৰ কথাও কৃতজ্ঞতা সহকাৰে উল্লেখ কৰিছো ।

তেজপুৰৰ সন্মিলনে এইবাৰ বিগত সাহিত্যিকসকলৰ উদ্দেশ্যে আয়োজন কৰা অনুষ্ঠানো বিশেষ ভাবে উল্লেখযোগ্য । সন্মিলনৰ

ভিতৰতে চলিত বছৰৰ সভাপতি ৺ভুঞাৰ আদ্যশ্ৰাদ্ধৰ দিন পৰাত ২৭ জানুৱাৰী সন্ধিয়া এটি বিশেষ অনুষ্ঠান হয়; কিন্তু ইয়াতেই শেষ নহল। আমাৰ গভীৰ বেদনাৰ বিষয় এয়ে যে সন্মিলনৰ বছৰ নৌ হওঁতেই সভাপতি শ্ৰীজ্ঞাননাথ বৰাই যোৱা ৩০ নবেম্বৰ তাৰিখে ইহ সংসাৰ ত্যাগ কৰে। ইয়াৰ অলপ দিনৰ আগতে তেজপুৰৰ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ বৰেণ্য পুৰুষ ৺মহাদেৱ শৰ্ম্মাৰো তিৰোধান ঘটে। অসুস্থ অৱস্থাৰে ৺শৰ্ম্মাই তেজপুৰ সন্মিলনৰ সকলো অনুষ্ঠানতে সহযোগ কৰি নানা দিশত বুদ্ধি-পৰামৰ্শ আগবঢ়াই তেখেতৰ স্বভাৱসুলভ অমায়িক ব্যৱহাৰেৰে সকলোকে আপ্যায়িত কৰিছিল। তেজপুৰ সন্মিলনৰ বিশেষ আকৰ্ষণ—সভাপতি জ্ঞানযোগী জ্ঞাননাথ বৰা আৰু প্ৰবীণ সাহিত্যিক মহাদেৱ শৰ্ম্মাৰ অভাৱ অনুভৱ কৰি সেয়েহে আমি এই মুহূৰ্ত্তত শোকাশ্ৰুৰে তৰ্পণ যাচিছো।

অভ্যৰ্থনা সমিতিয়ে বাৰ্ষিকীখন প্ৰকাশৰ বাবে তিনি হাজাৰ টকাৰ এটি অনুদান দিছে। এইবাবে অভ্যৰ্থনা সমিতিৰ বিষয়ববীয়া তথা সদৌ তেজপুৰবাসী ৰাইজৰ ওচৰত আমি বিশেষ ভাবে কৃতজ্ঞ।

পঢ়ুৱৈ সমাজৰ সুবিধাৰ বাবে সন্মিলনৰ আলোচনা চক্ৰৰ ৰচনা সমূহ সুকীয়া পুথিৰ আকাৰে ছপা হোৱাত সিখিনি ইয়াত সন্নিবিষ্ট কৰা নহল।

গ্ৰন্থখনি ছপাশাল গৰকি ওলাওঁতে এই সম্পৰ্কত আমাৰ উদ্যোগী সহকাৰী সম্পাদক অধ্যাপক শ্ৰীনগেন শইকীয়াই অশেষ তৎপৰতাৰে দায়িত্ব সম্পূৰ্ণ কৰি আমাক সহায়তা কৰে। এই বাবে শ্ৰীশইকীয়াৰ প্ৰতি আমাৰ কৃতজ্ঞতা থাকিল; লগতে ছপাকাৰ্য্যত আমাৰ বিশেষ ভাৱে সহযোগী, ভাৰতী প্ৰেছৰ কৰ্ম্মকৰ্ত্তাসকললৈকো আমাৰ শলাগ জনালোঁ।

শ্ৰীহৰিপ্ৰসাদ নেওগ
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১

# ॥ সূচী ॥



———



তেজপুৰ অধিবেশনৰ মূল তোৰণ আৰু দূৰত সভামণ্ডপ ।



অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশ তেজপুৰ অধিবেশনৰ মুকলি সভাৰ মণ্ডপলৈ সভাপতি শ্ৰীজ্ঞাননাথ বৰাদেৱক আদৰি আনিছে । ওচৰতে বাওঁফালে প্ৰাক্তন সভাপতি শ্ৰীনীলমণি ফুকন ।

## "শোণিতৰ" ধাৰে

শ্ৰীনীলমণি ফুকন

ৰাগৰঞ্জিত উষা কিৰণত
"পদ্ম পুখুৰীৰ" পদুম পাত
কৰে টলমল; সৰে পৰিমল
সুবাসত মন-প্ৰাণ
অনিৰুদ্ধ হ'ল

চিত্ৰলেখাৰ আলেখ্য যিটি
উষা-অনিৰুদ্ধ হৈ
তাতে ভাহি যায়;
অনিৰুদ্ধ-উষাৰ পৰশত তাৰ
ঢউবোৰে "শোণিত" উতলায়।

বাণ নগৰৰ ভগ্ন স্তুপত
উঠে খলকনি প্ৰতিধ্বনি ;
অনুভৰী প্ৰতি হৃদয়ত আজি
তোলপাৰ কৰে আপোনা-আপুনি
উষা-অনিৰুদ্ধ কাহিনী।

বাণ ৰঙ্গমঞ্চ হৈ উঠিছে আজি
হৰি-হৰ যুদ্ধ হল য'ত;
"বাণৰ জীয়ৰী উষা পটেশ্বৰী"
আয়তীসকলে যোৰা নাম দিওঁতে
শুনা যায় আজি বিবাহত।

সুৰ-অসুৰৰ অপূৰ্ব্ব মিলন
শোণিত প্ৰৱাহে বৈ গল;
উষা-অনিৰুদ্ধ মিলন ক্ষেত্ৰ
বাণী তীৰ্থৰ সঙ্গম হল।

উষা-পৰিণয়; ৰুক্মিণী হৰণ—
সুৰ-অসুৰৰ ৰক্ত সংমিশ্ৰণ।
শুনা! অতীতে কয় অনুফল—
এয়ে অতীতৰ সমাজতন্ত্ৰ,
ঐক্য, সংহতিৰ গায়ত্ৰী মন্ত্ৰ। (২৬।১।৬৮)

* * *



অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশতম্ অধিবেশনৰ

## *অভ্যৰ্থনা সভাৰ সভাপতিৰ ভাষণ*

তেজপুৰ

শ্ৰদ্ধাস্পদ সভাপতি ডাঙৰীয়া, সমাগত প্ৰতিনিধিবৰ্গ, অসমীয়া সাহিত্য আৰু ভাষা-জননীৰ সেৱকসকল আৰু সমবেত সাহিত্যমোদী ৰাইজ,

জয়জয়তে দুখেৰে সৈতে উল্লেখ কৰিবলগীয়া হৈছে যে আজি আমি এক শোকাচ্ছন্ন পৰিৱেশত সমবেত হৈছো। অসম সাহিত্য সভাৰ আগৰজনা সভাপতি শ্ৰীনকুল চন্দ্ৰ ভূঞা, যি গৰাকীয়ে যোৱা ডিব্ৰুগড় অধিবেশন অলঙ্কৃত কৰিছিল, তেখেত আজি আমাৰ মাজত নাই এই তেজপুৰ অধিবেশনৰ আগে আগে তেখেতে নিজৰ বৈচিত্ৰ্যময় মানৱলীলা সম্বৰণ কৰি চিৰ শান্তি ধামলৈ প্ৰয়াণ কৰিলে। আশাশুধীয়া আৰু আজীৱন সাহিত্য সেৱাৰ দ্বাৰা তেখেতে অসমীয়া ভাষা জননীলৈ যি কেইপাহি ফুল দান কৰি গল সিয়েই তেখেতৰ নাম উজ্জ্বল আৰু চিৰস্মৰণীয় কৰি ৰাখিব।

আনহাতে আজি আৰু কাইলৈৰ এই দিন দুটা সমগ্ৰ তেজপুৰবাসীৰ কাৰণে সৌভাগ্য আৰু আনন্দৰ দিন। অসম সাহিত্য সভাৰ নিচিনা অসমীয়াৰ অতি আদৰৰ ধন এই জাতীয় অনুষ্ঠানৰ অধিবেশন এই নগৰত পাতিবলৈ সিদ্ধান্ত লোৱাত আমি কৃতজ্ঞ। অসমৰ বিভিন্ন অঞ্চলৰ পৰা—গাওঁ-ভূঁই, নগৰ-চহৰ, পৰ্ব্বত-ভৈয়াম—অখণ্ড স্ৰোতৰ দৰে অতীতৰ পুৰাণ আৰু বুৰঞ্জী প্ৰসিদ্ধ শোণিতপুৰ আৰু আজিৰ তেজপুৰ নগৰত আপোনালোকৰ দৰে সুধীজন সমাগত হোৱাত আৰু আপোনালোকক অন্তৰৰ চেনেহৰ মালাৰে আদৰিবলৈ পোৱাত আমাৰ প্ৰাণত উলহ-মালহে নধৰা হৈছে। আমি অভ্যৰ্থনা সমিতিয়ে আৰু

সদৌ তেজপুৰীয়া ৰাইজে আপোনালোকক আমাৰ মাজত পাই সচাকৈয়ে গৌৰৱ বোধ কৰিছোঁ। আপোনালোকে আমাৰ হিয়াভৰা স্বৰম-শ্ৰদ্ধা গ্ৰহণ কৰক।

তেজপুৰৰ পৌৰাণিক আৰু আধুনিক ইতিবৃত্ত আৰু সাহিত্য-কলা-কৃষ্টিৰ বিষয়ে অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰা স্মৃতি গ্ৰন্থত কিছু পৰিমাণে আভাস দিয়া হৈছে। পুনৰ এটি বিস্তৃত বিৱৰণ সন্নিবিষ্ট কৰি এই অভিভাষণ অনাহকতে ভাৰাক্ৰান্ত কৰাৰ স্পৃহা নাই মুঠতে, প্ৰাক-ঐতিহাসিক পুৰাণ আৰু বুৰঞ্জীয়ে গৰকি যোৱা ভাস্কৰ্য্য আৰু স্থাপত্য বিদ্যাৰ অগণন ভগ্নাৱশেষ আৰু স্মৃতিচিহ্নৰাজিয়ে আজিও তেজপুৰৰ সমৃদ্ধ আৰু গৌৰৱোজ্জ্বল অতীতৰ কাহিনী ৰিঙিয়াই ক'ব লাগিছে। অগ্নিগড়, বামুণী পাহাৰ, ভালুক পুং, মহাভৈৰৱ, ভৈৰৱী, ভৈৰৱ পদ, ৰুদ্ৰপদ; টিঙ্গেশ্বৰ, হলেশ্বৰ দেৱালয়, দ-পৰ্ব্বতীয়াৰ পুৰণি শিলাকুটীৰ অপূৰ্ব্ব কাৰুকাৰ্য্যৰ নিদৰ্শন আৰু অন্যান্য ভগ্নাৱশেষ, আৰু শুক্ৰেশ্বৰ আৰু অসংখ্য ৰজাদিনীয়া পুখুৰীবিলাক ইয়াৰ জ্বলন্ত সাক্ষী। শোণিতপুৰৰ দীপ-লিপ ৰূপহী জীয়ৰী উষাৰ লগত দ্বাৰকাৰ যদুবংশৰ ৰূপহ কোঁৱৰ অনিৰুদ্ধৰ গন্ধৰ্ব্ব বিবাহ, তাৰবাবে হোৱা হৰি-হৰৰ তয়াময়া ৰণ, নৃত্য-কলা পটিয়সী, মায়াবিনী চিত্ৰলেখাৰ অমৰ আৰু চিত্তচাঞ্চল্যকৰ কাহিনী পঢ়িলে আজিও গৌৰৱ আৰু পুলকত প্ৰাণ নাচি উঠে।

আধুনিক যুগত যিসকল তেজপুৰৰ কৃতী সন্তানে অসীম আইক নানা সাহিত্য সম্ভাৰেৰে, গীতি বন্দনাৰে পূজা কৰিছে তেখেতসকলৰ ভিতৰত ৺লম্বোদৰ বৰা, কমলাকান্ত ভট্টাচাৰ্য্য, ৰজনী কুমাৰ পদ্মপতি, পদ্মনাথ গোহাঁই বৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা; আনন্দ চন্দ্ৰ আগৰৱালা, চন্দ্ৰনাথ শৰ্ম্মা, দণ্ডিনাথ কলিতা, মহাদেৱ শৰ্ম্মা, বসন্ত কুমাৰ বৰুৱা; লক্ষ্মীধৰ শৰ্ম্মা, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা, ফণী শৰ্ম্মা আদি স্বনামধন্য সাহিত্যিকসকলৰ নাম উল্লেখযোগ্য। আৰু অসমত ৰাজনৈতিক সাহিত্যৰ প্ৰথম সূচনা কৰে ৺ত্যাগবীৰ হেম বৰুৱা, শ্ৰীঅমিয় কুমাৰ দাস আৰু শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীয়ে। পোন প্ৰথমে সাঁচিপতীয়া পুথিৰ পৰা পাঠ উদ্ধাৰ কৰি পুৰণি অসমীয়া আখৰৰ ঠাইত নতুন অসমীয়া আখৰেৰে আধুনিক ছপাকলৰ সহায়ত মহাপুৰুষসকলৰ ৰচিত কীৰ্ত্তন-ঘোষা, ভাগৱত, সীতা সয়ম্বৰ অঙ্ক, গুণমালা; ভটিমা; বৰগীত, প্ৰয়োগ ৰত্নমালা ব্যাকৰণ, ভক্তি ৰত্নাৱলী, দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিত, ৰিপুঞ্জয় স্মৃতি, সাবনিত্য ক্ৰিয়া আদি পুথিবোৰ প্ৰকাশ কৰি পোহৰলৈ অনা অসমীয়া ভাষা-সাহিত্যৰ পৃষ্ঠপোষক স্বৰ্গীয় হৰিবিলাস আগৰৱালাৰ নাম এই ছেগতে শ্ৰদ্ধানত হৈ স্মৰণ কৰোঁ। অসমীয়া কথাছবি জগতত আলোড়নৰ সৃষ্টি কৰা প্ৰথমজন অসমীয়া সন্তানো এই তেজপুৰৰেই ৰাইজৰ চেনেহৰ উপাধিৰে ভূষিত ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালা। কলা, কৃষ্টি, সাহিত্য, সঙ্গীতৰ প্ৰাণকেন্দ্ৰ তেজপুৰ বাণ ৰঙ্গমঞ্চ আৰু অঃ ভাঃ উঃ সাঃ সভাই গোটেই অসমত নিজ কৃতিত্বেৰে এসময়ত ৰেখাপাত কৰিছিল। বোধনাথ পটঙ্গীয়া, ৰাধিকা কান্ত দাস, তাৰিণী চৰণ ভট্টাচাৰ্য্য, চন্দ্ৰনাথ শৰ্ম্মা, কামিনী কুমাৰ দাস, পিয়াৰী মোহন চৌধুৰী, ললিত মোহন চৌধুৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, কুমুদ চন্দ্ৰ শৰ্ম্মা, ফণী শৰ্ম্মা, গহন চন্দ্ৰ গোস্বামী, অন্নদা কুমাৰ পদ্মপতি, চন্দ্ৰধৰ গোস্বামী, বিষয়ৰাম মহাজন, প্ৰদীপ কুমাৰ সিংহ আদি কৃতী সন্তানসকল এই বাণ ৰঙ্গমঞ্চৰ কলাকাৰ আৰু খনিকৰ। আজি ইয়াৰ প্ৰাণকেন্দ্ৰ অতীতৰ দৰে স্পন্দিত নহলেও আগৰ উপাৰ্জ্জিত সাঁচতীয়া ধনেৰেই নতুন ৰূপত ই মূৰ দাঙি জীয়াই আছে।



বৰ্ত্তমান অসমীয়া ভাষা-সাহিত্যৰ প্ৰসাৰ, প্ৰচাৰ আৰু ভৱিতব্যতা সম্পৰ্কে গভীৰ চিন্তা আৰু পৰ্য্যালোচনা কৰিবৰ সময় উপস্থিত হৈছে। যদিও অসমীয়া ভাষাই এটি জাতীয় ভাষা হিচাবে ভাৰতীয় সংবিধানত স্বীকৃতি লাভ কৰিছে আৰু অসম উপত্যকাত ই ৰাজ্যিক ভাষা হিচাবে পৰিগণিত হৈছে, তথাপিও ইয়াৰ পূৰ্ব্ব মৰ্য্যাদা

আৰু বিকাশৰ অৱকাশত ব্যাঘাত পৰিছে বুলি আশঙ্কা হৈছে। আমাৰ বুকতে থকা বিভিন্ন ভাষাভাষী পৰ্ব্বতীয়া জাতি ভাইসকলৰ মাজত অসমীয়া ভাষাই সংযোগী ভাষা হিছাবে (Link language) যুগ যুগ ধৰি বিশিষ্ট স্থান অধিকাৰ কৰি আহিছিল। ইয়াৰ মাজৰ পৰা শেনে থাপ মাৰি নিয়াদি নগাপাহাৰক আঁতৰাই নিলে। নেফা অঞ্চলত অসমীয়াৰ প্ৰাপ্য স্থান হিন্দী ভাষাই দখল কৰিলে। ইয়াৰ উপৰিও আন আন জিলাত থকা পাহাৰীয়া ভাই-বন্ধুসকলক অসমীয়া ভাই-বন্ধুসকলৰ লগত থকা চিৰকলীয়া বন্ধুত্ব আৰু ভাতৃত্বৰ এনা-জৰীডাল ছিঙি আঁতৰাই নিয়াৰ অহেতুক প্ৰচেষ্টা চলিব লাগিছে। ইয়াৰ দ্বাৰা কেৱল অসমৰ ঐক্য, ঐতিহ্য আৰু ভাষা-কৃষ্টিৰেই যে ক্ষতি সাধন কৰা হ'ব এনে নহয়, ইয়াৰ দ্বাৰা সমগ্ৰ দেশৰ অৰ্থ-নৈতিক আৰু আবেগিক ঐক্য আৰু জাতীয় সংহতি যে ক্ষুণ্ণ হ'ব তাত লেশ মাত্ৰও সন্দেহ নাই। এই সন্ধিক্ষণত অসম চৰকাৰ, অসম সাহিত্য সভা আৰু অন্যান্য জাতীয় ৰাজনৈতিক দলসমূহৰ লগত পৰ্ব্বত-ভৈয়ামৰ সমগ্ৰ অসমীয়া ৰাইজে অনুকূল দৃঢ়মত ঘোষণা কৰাৰ সময় আহিছে।

এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ লগতে অসমীয়া সাংস্কৃতিক অনুষ্ঠান আৰু ৰাইজৰো পালন কৰিব লগীয়া গধুৰ দায়িত্ব আছে। আমাৰ মাজত বা দাঁতি-কাষৰত থকা অগণন জনজাতি আৰু চাহ বাগিচাৰ বনুৱা ভাইসকলৰ মাজত সম্প্ৰীতি-সম্ভাৰ বঢ়াবৰ কাৰণে নেৰা-নেপেৰা চেষ্টা চলাব লাগে। উক্ত জাতি বা সম্প্ৰদায়সকলৰ বিষয়ে আৰু তেওঁলোকৰ মাজত প্ৰচলিত সাধু কথা বা কাহিনীবিলাক সৰল সহজ অসমীয়াত লিখি প্ৰচাৰ কৰিব লাগে আৰু সাংস্কৃতিক দল সমূহেও সেই অঞ্চলবিলাকলৈ সঘনে গৈ ভৈয়ামৰ কৃষ্টিৰ উপৰিও জনজাতি আৰু মজদুৰসকলৰ মাজত প্ৰচলিত কৃষ্টি আদি প্ৰদৰ্শন কৰি তেওঁলোকক আপোন আৰু অভিন্ন জ্ঞান কৰি লবলৈ অবিৰাম চেষ্টা চলাব লাগে।



চকুত পৰা আৰু অনুভৱ কৰা আন এটি অন্তৰায় হৈছে যে সৰহ ভাগ অসমীয়া লিখক-লিখিকাৰ অৰ্থাভাব, যাৰ কাৰণে তেওঁলোকে নিজৰ সাধনা প্ৰসূত লিখাসমূহ প্ৰকাশ কৰিব নোৱাৰে। যদি পেটত ভোক থাকে কবিৰ কবিতা কলিতে মৰহি যায়। এবাৰ বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰে মহাত্মা গান্ধীক কবিতা লিখিবলৈ অনুৰোধ কৰিছিল। তাৰ উত্তৰত গান্ধীজীয়ে নিজৰ স্বভাৱ সুলভ বিনয়সুৰত কৈছিল যে চৰাইৰ পেটত আহাৰ থাকিলেহে গান গাব পাৰে— The bird sings only when its stomach is full. সেইদেখি আমি যদি অসমীয়া কবি আৰু সাহিত্যিকসকলৰ পৰা বাছকবনীয়া পুষ্পহাৰ লাভ কৰিবলৈ কামনা কৰোঁ তেন্তে অসম সাহিত্য সভাই তথা অসম চৰকাৰে তেওঁলোকলৈ আৱশ্যকীয় সহায় যোগান ধৰিবলৈ উপায় উদ্ভাৱন কৰিব লাগে। অসম প্ৰকাশন পৰিষদ, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, অসমৰ বিশ্ব বিদ্যালয় আৰু অন্যান্য গ্ৰন্থ প্ৰকাশন প্ৰতিষ্ঠানসমূহৰ এই ক্ষেত্ৰত পালন কৰিবলগীয়া বিশিষ্ট ভূমিকা আছে।

এই প্ৰসঙ্গতে আৰু এটা পৰামৰ্শ আগবঢ়াব খোজো যে প্ৰতি বছৰে বিভিন্ন বিষয়ত যেনে গল্প, উপন্যাস আৰু কাব্য আৰু গীতি সাহিত্যত প্ৰকাশ হোৱা উৎকৃষ্ট গ্ৰন্থৰ বাবে আৰ্থিক পুৰস্কাৰ ঘোষণা কৰি সাহিত্য সভাৰ মুকলি অধিবেশনত সেই কবি সাহিত্যিক-সকলক সন্মানিত কৰিব লাগে।

কোৱা বাহুল্য যে উৎকৃষ্ট সাহিত্য অধ্যৱসায় আৰু সাধনাৰ ফল আৰু উচ্চাঙ্গ সাহিত্যইহে ভাষাক প্ৰকৃত মৰ্য্যাদা দান কৰে— লাগে সেই ভাষা মুষ্টিমেয় লোকৰ মাজতে সীমাবদ্ধ থাকক। উদাহৰণ স্বৰূপে নৰৱে, ডেনমাৰ্ক আদি দেশৰ ভাষাসমূহলৈ আঙুলিয়াব পাৰি। এই দেশবিলাকৰ জনসংখ্যা অসমীয়া মানুহৰ জনসংখ্যাতকৈ বহু পৰিমাণে কম যদিও এইবিলাক ভাষাত লিখা কিতাপে নবেল পুৰস্কাৰ লাভ কৰাৰ অৰ্হতা অৰ্জ্জন কৰিছে আৰু সেই ভাষাবিলাক সমৃদ্ধ

ভাষা হিচাবে সাহিত্য জগতত মূৰ ডাঙি উঠিছে। ৰবীন্দ্ৰ নাথৰ গীতাঞ্জলিয়ে নবেল পুৰস্কাৰ লাভ কৰাৰ উপৰিও বঙালী ভাষাক বিশ্ব সাহিত্যত এটি লেখত লবলগীয়া ভাষাত পৰিণত কৰিলে। প্ৰায় পাঁচশ বছৰৰ আগত অসমীয়া ভাষাত মহাপুৰুষসকলৰ দ্বাৰা সৰ্ব্বোৎকৃষ্ট ৰসময় সাহিত্যৰ সৃষ্টি হৈছিল। সেই সাধনা, সেই জ্ঞানলিপ্সা আমাৰ উদ্দীয়মান সাহিত্যিকসকলৰ প্ৰাণত অঙ্কুৰিত হওক আৰু তেওঁলোকৰ হাতত অসমীয়া সাহিত্য অন্যান্য চহকী ভাৰতীয় তথা জাগতিক সাহিত্যৰ শাৰীলৈ উন্নীত হওক আৰু আমাৰ সাহিত্যিয়ে নবেল পুৰস্কাৰ পোৱাৰ সন্মান অৰ্জ্জন কৰক— এয়ে আমাৰ আন্তৰিক কামনা।

শ্ৰদ্ধাস্পদ ৰাইজ, আজি প্ৰায় ৩২ বছৰৰ পিছত তেজপুৰবাসীয়ে অসম সাহিত্য সভাক পুনৰ নিমন্ত্ৰণ জনাই আপোনালোকক আদৰিবলৈ পাই আনন্দ আৰু গৌৰৱ অনুভৱ কৰিছে। সেই অধিবেশনত যোগদান কৰা ৰঘুনাথ চৌধাৰী, সোণাৰাম চৌধুৰী, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, পদ্মনাথ গোহাঁই বৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা, চন্দ্ৰধৰ বৰুৱা, জ্যোতি প্ৰসাদ আগৰৱালা, মাধৱ বেজবৰুৱা আদি সাহিত্যতাৰকাসকল নিহাৰিকাৰ মাজত লুকাই পৰিল আৰু লগে লগে অসমৰ সাহিত্য-আকাশ তেওঁলোকৰ তিৰবিৰণিৰ পৰা বঞ্চিত হল। আজি বুৰঞ্জীৰ পুনৰ অভ্যুদয় হৈছে। আজি আকৌ নবীন সাহিত্যতাৰকাসকল, সাহিত্যসেৱীসকল এই চহৰত সমবেত হৈছে। আমি সদৌ তেজপুৰীয়া ৰাইজে তেখেতসকললৈ স্বাগত সম্ভাষণ জনাইছো আৰু আশা ৰাখিছো যেন তেখেতসকলৰ আগন্তুক আলোচনা-বিলোচনাৰ ফলত অসমীয়া ভাষা-সাহিত্য জাতিষ্কাৰ হৈ উঠে আৰু এক বলিষ্ঠ, প্ৰাণৱন্ত অসমীয়া সাহিত্যৰ সৃষ্টি হয়।

পৰিশেষত আমি আনন্দ আৰু গৌৰৱেৰে জনাওঁ যে এই অধিবেশনৰ সাফল্য আৰু সৌষ্ঠৱ বৃদ্ধিৰ বাবে স্থানীয় লোকৰ



বাহিৰেও জাতি-বৰ্ণ-ধৰ্ম্ম-ভাষা সম্প্ৰদায় নিৰ্বিশেষে ভাৰতীয়, অইনকি অ-ভাৰতীয় ব্যক্তি আৰু অনুষ্ঠান প্ৰতিষ্ঠানে ধন-মন-হৃদয় আৰু দেহেৰে বুজন সহায় আগবঢ়াইছে। সাহিত্য সংস্কৃতি যে মানৱ-প্ৰেমৰ প্ৰকৃষ্ট মাধ্যম আৰু ই যে কৃত্ৰিম প্ৰাচীৰ চূৰ্ণ-বিচূৰ্ণ কৰি হৃদয়ৰ এনাজৰীৰে সকালোকে সাৰটি ল'ব পাৰে এই অধিবেশনে তাক বঢ়িয়াকৈ প্ৰমাণ কৰিছে।

বন্ধুসকল, আপোনালোকক যেনে দৰে আদৰ সম্ভাষণ জনাব লাগিছিল হয়তো আমি সেইদৰে পৰা নাই। আজি অভাৱ-অনাটনৰ দিনত ভোগালী বিহু কঙালী বিহুত পৰিণত হৈছে। আপোনালোকক অভ্যৰ্থনা জনাবলৈ ভোগৰ সামগ্ৰীৰ অভাৱ হলেও অন্তৰৰ সামগ্ৰী—স্নেহ-শ্ৰদ্ধা-প্ৰীতি আগবঢ়ালো। ক'ৰবাত বঢ়া-টুটা, ত্ৰুটী-বিচ্যুতি হলে নিজ গুণে যেন মাৰ্জনা কৰে। এই অধিবেশন মধুৰ হওক, ফলপ্ৰসূ হওক; ইয়াৰ সুবাসে সকলোৰে মন-প্ৰাণ সুবাসিত, উল্লসিত আৰু অনুপ্ৰাণিত কৰি তোলক; অসম সাহিত্য সভাৰ ঐকান্তিক সাধনা আৰু প্ৰচেষ্টাৰ মাজেদি জন্ম লওক নৱ নৱ সৃষ্টিৰ সম্ভাৱনা আৰু জাতিষ্কাৰ হৈ উঠক অসমৰ ভাষা সংস্কৃতি। পৰম পিতা ভগৱানৰ ওচৰত এই প্ৰাৰ্থনা জনাই আপোনসবলৈ সেৱা জনালোঁ।

জয় অসমীয়া ভাষা সাহিত্যৰ জয়।

ইতি—

বিনয়াৱনত,

তেজপুৰ

২৭।১।৬৮

শ্ৰীকমলাপ্ৰসাদ আগৰৱালা

# অসম সাহিত্য সভা

## পঞ্চ ত্রিংশতম্ অধিবেশন, তেজপুৰ

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, প্ৰতিনিধিবৰ্গ আৰু সমবেত ৰাইজ;

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশতম্ তেজপুৰ অধিবেশনৰ সভাপতি নিৰ্ব্বাচিত হোৱাত অসমৰ সাহিত্যিকসকলৰ ওচৰত মোৰ কৃতজ্ঞতা নিবেদন কৰিছোঁ।

এই সভাপতিৰ পদ মই কেতিয়াও বাঞ্ছা কৰা নাছিলোঁ। মই ভাবিছিলোঁ মোৰ বাকী জীৱন কাল অসমৰ গুণ-গান গাই আৰু বেহ ৰূপ চাই কটাম। মোৰ ওপজা দিনৰে পৰা অসম আইৰ সুদিন নেদেখিলোঁ। দেখিলোঁ কি? দেখিলোঁ মলিয়ন বসন পিন্ধি কান্দি কান্দি বহি থকা। শুনিছিলোঁ হেনো অসম আয়ে এদিন ত্ৰৈলোক্য মোহিনী ৰূপ ধৰি অপাৰ ঐশ্বৰ্য্য বিভূতিৰ গৰাকিনী হৈ জগতত আৱিৰ্ভাৱ হৈছিল। সেই ৰূপ কেতিয়া দেখিম, সেই ঐশ্বৰ্য্য কেতিয়া দেখিম। এই ভাবত বিভোৰ হৈ এই ফটা কানি পিন্ধা দুখিনী কাঙালিনী আইৰ চৰণত পৰি নিজেও কান্দিলোঁ। পৰ দেশৰ পৰা অসংখ্য লোক আহি চকুৰ আগতে আইৰ গাৰ খাৰু-মণি অলংকাৰ এপদ এপদকৈ কাঢ়ি নিলে। সতি-সন্তানৰ কি দুৰৱস্থা। দৰিদ্ৰতাৰ কৰাল মূৰ্ত্তিয়ে কেউপিনে দেখা দিলে। আমাৰ মানুহৰ কি বিলাই? আজিও সেই বিলাই দেখিছোঁ। অসম আইক উদ্ধাৰ কৰিবলৈ মোৰ জীৱনত কোনো কাম কৰিব নোৱাৰিলোঁ। মাথোন মুখেৰে নানা কথা কৈ, কাকতত নানা ৰচনা লিখি চকুৰ লোৰে আইৰ চৰণ দুখানি ধুৱাই আছোঁ। আজি অবধি আইৰ দুখমোচনৰ কোনো কাম কৰিব পৰা নাই। এই কাম নকৰা অভাজন লোক এজনলৈ এই সভাপতিৰ আসনখন আপোনালোকে আগবঢ়াইছে।



আমি এই আসনৰ যোগ্য নে অযোগ্য কব নোৱাৰোঁ। যদি অযোগ্য হওঁ তেনেহলে আমি দায়ী নহওঁ। যদি যোগ্য হওঁ তেনেহলে আশা কৰোঁ সাহিত্যিকসকলে যেন আমি দেখুৱা পথ অনুসৰণ কৰে।

আমি এই ভাষণত কি কি কথা আলোচনা কৰিম আৰু কি কি কথা নকৰোঁ তাক আগেয়ে কব খুজিছো। আজি আমি এই ইতিহাস প্ৰসিদ্ধ প্ৰাচীন নগৰ তেজপুৰত সমবেত হৈছোঁহি। এই নগৰৰ বিস্তৃত বিৱৰণ কামৰূপ বুৰঞ্জী আৰু অসম বুৰঞ্জীত আছে। এই বিৱৰণ লিখি আমাৰ ভাষণ দীঘলীয়া কৰিব নোখোজোঁ।

অসম সাহিত্য সভাৰ বুৰঞ্জী আগৰ সভাপতিসকলে তেখেত-সকলৰ অভিভাষণত সুন্দৰকৈ লিখি থৈছে। সেই বুৰঞ্জী পুনৰায় আমাৰ ভাষণত কব নোখোজোঁ।

আমাৰ ভাষা আৰু সাহিত্যই কি ভাৱে উৎপত্তি হৈ গোটেই প্ৰাচীন কামৰূপক আকোৱালি ধৰিছিল আৰু এয়ে কি দৰে আমাৰ জাতীয় উদ্‌গতি সাধন কৰিছিল তাক আমি আলোচনা কৰিব নোখোজোঁ। আমাৰ কেইবাজন কৃতবিদ্য লিখকে এই সাহিত্যৰ বহল বুৰঞ্জী লিখিছে। তেখেতসকলে বহু শ্ৰম আৰু গৱেষণা কৰি প্ৰাক্-শঙ্কৰী যুগৰ আৰু শঙ্কৰী যুগৰ প্ৰসিদ্ধ প্ৰাচীন গ্ৰন্থবোৰ এটা এটাকৈ আলোচনা কৰি কিছুমান সিদ্ধান্তত উপনীত হৈছে। সেই এটাইবোৰ সিদ্ধান্ত আমি নিৰ্ভুল বুলি মানিব নোৱাৰোঁ। এইবোৰ নানা যুক্তি দি ফঁহিয়াই আলোচনা কৰিবলৈ হলে এখন বৃহৎ গ্ৰন্থ হব। এই ভাষণত সেইবোৰ চমুকৈ আলোচনা কৰাও সম্ভৱ নহয়।

সেইদৰে আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী আমি আলোচনা কৰিব নোখোজোঁ। আমাৰ চকুৰ আগতে ই দুপতীয়া হৈ ক্ৰমে ক্ৰমে বাঢ়ি এজোপা গছ হৈছে। অৰুণোদয় যুগ আৰু জোনাকী যুগৰ লিখকসকলে কি সম্বলেৰে, কি উপকৰণেৰে এই সাহিত্য গঢ়িলে আৰু ইয়াৰ শ্ৰীবৃদ্ধি কৰিবলৈ কি কি উপায় অবলম্বন কৰিলে তাৰ বিস্তৃত বিৱৰণ আজি ওলাইছে।

বৰ্ত্তমান আমাৰ দেশৰ ৰাজনৈতিক অৱস্থাত আমাৰ সাহিত্য কি ভাৱে ৰচনা কৰিলে ই নিজৰ অস্তিত্ব ৰক্ষা কৰি দেশৰ ইমূৰৰ পৰা সিমূৰলৈ বিয়পি অসমীয়া জাতিক শক্তিমন্ত কৰিব পাৰে—এই বিষয়ে এই ভাষণত আলোচনা কৰাটো অসম সাহিত্য সভাৰ সভাপতিৰ মূল কৰ্ত্তব্য বুলি ভাবিছোঁ।

দেশৰ ৰাজনৈতিক অৱস্থাৰ পৰিবৰ্ত্তনৰ লগে লগে সাহিত্যই ন ন ৰূপ লৈ দেখা দিয়ে। স্বাধীন দেশৰ সাহিত্য আৰু পৰাধীন দেশৰ সাহিত্য একে নহয়। স্বাধীন দেশৰ সাহিত্যিকসকলে যেনেকৈ মুকলিমূৰীয়া হৈ নিজৰ ভাৱ প্ৰকাশ কৰি সাহিত্য গঢ়ে, পৰাধীন দেশৰ সাহিত্যিকে সেইটো নোৱাৰে।

অসমৰ ৰাজনৈতিক অৱস্থা তিনি যুগত বিভক্ত কৰিব পাৰি। প্ৰথম ৰজাদিনীয়া স্বাধীন অসমৰ অৱস্থা, দ্বিতীয়, ইংৰাজৰ দিনৰ পৰাধীন অসমৰ অৱস্থা, তৃতীয়, ভাৰতৰ স্বাধীনতাৰ লগে লগে লাভ কৰা স্বাধীন অসমৰ অৱস্থা।

## প্ৰথম বা আদি যুগ

আমাৰ ৰজাদিনীয়া স্বাধীন অসমৰ লিখকসকলে যি সাহিত্য সৃষ্টি কৰিলে, সেই সাহিত্য ধৰ্ম্ম প্ৰধান অৰ্থাৎ ধৰ্ম্মৰ আলোচনাই ঘাইকৈ তাত ঠাই পাইছিল। সেই যুগত গোটেই ভাৰতবৰ্ষতে নানা ধৰ্ম্মৰ আন্দোলন হৈছিল। এই আন্দোলনৰ ঢৌৱে অসমকো ঢৌৱাইছিল। বহু কাল ধৰি প্ৰাচীন কামৰূপ বৌদ্ধ তান্ত্ৰিক ধৰ্ম্মৰ কেন্দ্ৰ আছিল। এই ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে যিবোৰ শাস্ত্ৰ প্ৰণয়ন কৰা হৈছিল সেইবোৰৰ ভাষা সংস্কৃত। আমাৰ দেশীয় ভাষাত কোনো তান্ত্ৰিক গ্ৰন্থ নাই। কামৰূপীয় পণ্ডিতসকলে দেৱ-দেৱীৰ পূজাৰ অসংখ্য মন্ত্ৰ, অসংখ্য বিধি, অসংখ্য তান্ত্ৰিক শাস্ত্ৰ সংস্কৃতত লিখি তান্ত্ৰিক ধৰ্ম্মৰ ভেটি শকত কৰিছিল। এই ধৰ্ম্মৰ প্ৰভাৱ শ্ৰীমন্ত শঙ্কৰৰ



দিনলৈকে আছিল। মহাপুৰুষে ১৬ শতিকাতে লিখিছে—"বামাণয় শাস্ত্ৰে মোহি আছে সৰ্ব্বজন।" এই বামাণয় শাস্ত্ৰ বামা অৰ্থাৎ নাৰীক কেন্দ্ৰ কৰি সেই ধৰ্ম্মৰ দাৰ্শনিক তত্ত্ববোৰ প্ৰচাৰ কৰা হৈছিল। সেই যুগত বহুত সংস্কৃতজ্ঞ দাৰ্শনিক পণ্ডিত আছিল। সংস্কৃত ভাষা বহুত ব্ৰাহ্মণ আৰু কায়স্থই জানিছিল। এই ভাষা শিক্ষাৰ অৰ্থে ঠায়ে ঠায়ে অসংখ্য অনুষ্ঠান পতা হৈছিল। মহাপুৰুষে তেনে এটা অনুষ্ঠানত মহেন্দ্ৰ কণ্ডলীৰ ওচৰত সংস্কৃত ভাষা শিকিছিল। আৰ্য্যসকলে অসমলৈ আহোতে সেই যুগত ৰচিত সংস্কৃত গ্ৰন্থবোৰ লগত লৈ ঠায়ে ঠায়ে বসতি কৰিছিল আৰু লগে লগে অনুষ্ঠান পাতি সংস্কৃত চৰ্চ্চা কৰিছিল। সংস্কৃত দেৱভাষা। ই অতিশয় পৱিত্ৰ। সকলো মন্ত্ৰ, সকলো ধৰ্ম্ম শাস্ত্ৰ এই ভাষাত ৰচিত হব লাগিব। এই কাৰণে আজিলৈকে দেৱ-দেৱী পূজা কৰিবলৈ যিবোৰ মন্ত্ৰ উচ্চাৰিত হয় সেইবোৰৰ ভাষা সংস্কৃত। গোটেই ভাৰততে এই প্ৰথা অৰ্থাত সংস্কৃত মন্ত্ৰ গাতি দেৱ-দেৱী পূজা কৰা বিধি আজিও চলি আছে।

বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱত ধৰ্ম্মই আগৰ নিচিনাকৈ এমুঠি সংস্কৃতজ্ঞ ব্ৰাহ্মণ পণ্ডিতৰ মাজত আৱদ্ধ হৈ নেথাকিল। ই সৰ্ব্বসাধাৰণ প্ৰজাৰ আগলৈ আহিল। লক্ষ লক্ষ সংস্কৃত নজনা লোকক ধৰ্ম্ম শাস্ত্ৰৰ কথাবোৰ শিকোৱা যায় কেনেকৈ? এয়ে সমস্যা। ১৩ আৰু ১৪ শতিকাত অনেক পণ্ডিতে ৰামায়ণ, মহাভাৰত আৰু পুৰাণৰ কিছুমান আখ্যান দেশীয় ভাষাত ৰচনা কৰিলে। আমাৰ সংস্কৃত নজনা মানুহবিলাকে নিজৰ কথিত ভাষাত এই নকৈ ৰচিত পুথিবোৰ পাই নতুন সোৱাদ পালে। বহুত সংস্কৃতজ্ঞ পণ্ডিতে এই কথাটো ভাল পোৱা নাছিল। আমাৰ মানুহে তেওঁলোকৰ প্ৰতিবাদলৈ আওকাণ কৰি সেই পুথিবোৰ অতি আগ্ৰহৰে গ্ৰহণ কৰিলে আৰু তেনেকুৱা ন ন পুথি ৰচিবলৈ লিখকসকলক উদ্‌গনি দিলে। মানুহৰ আগ্ৰহ আৰু উৎসাহ দেখি সেই কালৰ বহুত পণ্ডিতে সংস্কৃত কাব্য

আৰু উপাখ্যান অনুবাদ কৰি অসংখ্য পুথি লিখি দেশত প্ৰচাৰ কৰিলে।

ধৰ্ম্মশাস্ত্ৰবোৰ অনুবাদ কৰিবলৈ তেতিয়াও কোনো পণ্ডিতে সাহ কৰা নাছিল। এইটো কৰাটো বৰ পাপ বুলি বহুতে ভাবিছিল। মহাপুৰুষ শঙ্কৰদেৱে যেতিয়া ভগৱতী ধৰ্ম্ম বা নাম-ধৰ্ম্ম দেশত প্ৰচাৰ কৰিবলৈ ধৰিলে তেতিয়া ধৰ্ম্মশাস্ত্ৰ গীতা আৰু ভাগৱত অনুবাদ কৰাটো অতিশয় আৱশ্যকীয় কাম বুলি ভাবিলে। সংস্কৃত নজনা লোকসকলক ভাগৱতৰ কথাবোৰ জনাবলৈ ভাগৱত অনুবাদ কৰাৰ বাহিৰে আন পন্থা নাই। সেই কাৰণে মহাপুৰুষে বৰ সাহ কৰি ভাগৱত অনুবাদ কৰিলে। এই ভাগৱত আৰু মূল সংস্কৃত ভাগৱতৰ প্ৰভেদ নাইকিয়া হল। দুয়োখনকে মানুহে সমান মৰ্য্যাদা দি শৰাইত থাপনা কৰিলে। এইদৰে আনবিলাক ধৰ্ম্মশাস্ত্ৰকো অনুবাদ কৰিবলৈ বহুত পণ্ডিত আগবাঢ়ি আহিল।

মন্ত্ৰবোৰ অৱশ্যে কোনো সংস্কৃতজ্ঞ পণ্ডিতে অনুবাদ কৰা নাছিল। আজিও কোনোৱে কৰা নাই। আমাৰ মানুহৰ বিশ্বাস যে মন্ত্ৰবোৰ সংস্কৃতত পাঠ কৰিলেহে দেৱ-দেৱীৰ পূজা বিধিমতে কৰা হব, মন্ত্ৰবোৰ ভুল কৰি উচ্চাৰিত হলে সেইবোৰ নিষ্ফল হব। সেই কাৰণে ভাৰতৰ কোনো পণ্ডিতে সেই মন্ত্ৰবোৰ অনুবাদ কৰাৰ কথাই ভবা নাছিল।

আমাৰ কমতাপুৰ ৰাজ্য, কোচ ৰাজ্য আৰু আহোম ৰাজ্যৰ ৰজাসকলে প্ৰাক্-শঙ্কৰীযুগৰ আৰু শঙ্কৰীযুগৰ কবিসকলক আমাৰ দেশীয় ভাষাত বিপুল সাহিত্য সৃষ্টি কৰিবলৈ বিশেষৰূপে উদগণি দিছিল। কাকো ধন দান কৰি, কাকো ভূমি দান কৰি কবিসকলক সংস্কৃত কাব্য অনুবাদ কৰিবলৈ সুচল দিছিল। হৰিহৰ বিপ্ৰ, হেম সৰস্বতী, কৱিৰত্ন সৰস্বতী, মাধৱ কন্দলী, ৰুদ্ৰ কন্দলী, দুৰ্গাবৰ আদি শঙ্কৰৰ পূৰ্ব্ব কবিসকলে ৰজাসকলৰ উদগণি আৰু সহায় পাই অসংখ্য পুথি ৰচনা কৰিছিল। এই পুথিবোৰত যদিও



তাৰ আগৰ কোনো পুথিৰ উল্লেখ পোৱা নেযায়, সেইবোৰৰ শব্দাৱলী আৰু ছন্দ দেখিলে এনে বোধ হয় যে সেইবোৰৰ আগেয়ে অসংখ্য পুথি ৰচনা কৰা হৈছিল। একেদিনে ইমান পৈণত শব্দাৱলী আৰু ছন্দ কোনোৱে সৃষ্টি কৰিব নোৱাৰে। কি কি কাৰণে ১৪ শতিকাৰ আগেয়ে লিখা পুথিবোৰ লুপ্ত হল তাক আমি কব নোৱাৰো। সৰহভাগ যে অপৈণত শব্দাৱলী আৰু ছন্দত লিখা হৈছিল তাৰ কোনো সন্দেহ নাই। আমাৰ বেলেগে লিপিৰ উৎপত্তি কেতিয়া হল তাকো আমি জানিব পৰা নাই। এইটো ঠিক যে লিপিৰ উৎপত্তিৰ লগে লগে আমাৰ পুৰণি পুথিবোৰো লিখা হৈছিল।

সংস্কৃতৰ প্ৰসিদ্ধ গ্ৰন্থবোৰৰ ভাঙনী কৰা উজু কাম নহয়। অৱশ্যে কামৰূপীয় ভাষাত বহুত সংস্কৃত শব্দ আৰু কথা আছে, তাৰ উপৰি সংস্কৃত শব্দৰ পৰা ওলোৱা অসংখ্য শব্দ আছে। সেইবোৰ থকাত সংস্কৃতজ্ঞ কবিসকলে সেই ভাষাত অনুবাদ কৰিবলৈ সুচল পাইছিল, সঁচা; কিন্তু সংস্কৃতৰ ওখ ভাববোৰ আমাৰ ভাষাত প্ৰকাশ কৰা অতিশয় টান কাম আছিল। আমি সদায় ব্যৱহাৰ কৰা সংস্কৃত আৰু ঘৰুৱা শব্দৰে সেই উচ্চ আধ্যাত্মিক ভাব প্ৰকাশ কৰিব খুজিলে সেই শব্দবোৰ বিচক্ষণ বুদ্ধি খটাই বাচনি কৰি সজাব লাগিব। ভাব প্ৰকাশ শব্দ বাচনিৰ ওপৰত নিৰ্ভৰ কৰে। আপোনা-আপুনি গজা বনফুলবোৰ বাচি গাঁথিব জানিলে এধাৰ বিতোপন মালা হয়। যেয়ে এই শব্দ গঁথাৰ প্ৰণালী ভালকৈ জানে সেয়ে সকলো কথা পৰিপাটিকৈ বুজাই দিব পাৰে। ই এটা মহৎ কৌশল। ডাঙৰ কবি বা ডাঙৰ সাহিত্যিকে এই কৌশলেৰে দেশীয় শব্দ আৰু কথাবোৰ সুন্দৰকৈ সজাই নিজভাব প্ৰকাশ কৰিছে। প্ৰাক্-শঙ্কৰী যুগৰ কবিসকলেও এই কৌশলেৰে সেই কালৰ মানুহে কোৱা শব্দ আৰু কথাৰে সংস্কৃত গ্ৰন্থবোৰৰ ভাব প্ৰকাশ কৰিছিল, অৱশ্যে কেতিয়াবা কেতিয়াবা নন শব্দ সৃষ্টি কৰিব লগাত পৰিছিল।

কামৰূপত যেতিয়া দেশীয় ভাষাত কোনো লিখিত পুথি পাঁজি নাছিল, তেতিয়াও মানুহে মুখে মুখে নানা বিধৰ নাম-গীত গাইছিল আৰু পূজা পাতলত নৃত্য কৰিছিল। এই নাম-গীত-নৃত্যৰ প্ৰচলন যে লিখিত ভাষাৰ ওপৰত নিৰ্ভৰ নকৰে তাক বহলাই আলোচনা কৰাৰ আৱশ্যক নাই। জগতৰ অসংখ্য মানুহে আজিও নিজ নিজ ভাষাৰে গীত-নাম গাব লাগিছে যদিও তেওঁলোকৰ লিখিত ভাষা নাই আমাৰ দেশত একালে সংস্কৃত চৰ্চ্চা আৰু আন ফালে কামৰূপীয় ভাষাত মুখে মুখে নাম-গীত গোৱা বহু কাললৈ চলি আছিল। যিসকল কবিয়ে প্ৰথমতে সংস্কৃত কাব্য-শাস্ত্ৰৰ ভাঁৰনী কৰি কামৰূপীয় ভাষাত ৰচিছিল, সিসকলে সেই প্ৰচলিত গীত-নামৰ পৰাও বহুত আহিলা-পাতি পাইছিল। সেই গীত-নামবোৰ লিখি উলিয়ালে দেখা যাব যে সেইবোৰ আমাৰ কোনো অজ্ঞাত কবিৰ শব্দৰ বাচনি আৰু সেইবোৰ বিবিধ ছন্দত ৰন্ধা আছে। পূৰ্ব্ব কবিসকলে সেই আহিলা-পাতি পাই নিজ প্ৰতিভাৰে আমাৰ ভাষাত লিখি পুথি ৰচনা কৰিছিল। এবাৰ যেতিয়া কামৰূপীয় ভাষাত লিখিত পুথি ওলাল, তেতিয়া ইয়াৰ ক্ৰমোন্নতি হবলৈ ধৰিলে। এইটো স্বাভাৱিক। প্ৰাক্-শঙ্কৰীযুগৰ পুথিবোৰ সেই ক্ৰম-বিকাশৰ নিদৰ্শন।

মহাপুৰুষৰ আগেয়ে বৈষ্ণৱ ধৰ্ম্মৰ আন্দোলনে যে কামৰূপ স্পৰ্শ কৰিছিল তাৰ প্ৰমাণ প্ৰাক্-শঙ্কৰী যুগৰ পুথিবোৰত পোৱা যায়। সেইবোৰে কামৰূপীয় ৰাইজৰ মন বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত কৰি শঙ্কৰৰ প্ৰচাৰৰ বাট মুকলি কৰিছিল। বহুকাল আগেয়ে কামৰূপত এই ধৰ্ম্মৰ বীজ পচোৱা হৈছিল। শঙ্কৰে দুটা বস্তু পাইছিল, এটা বৈষ্ণৱ ধৰ্ম্মৰ ঢৌৱে খেলোৱা কামৰূপ; আনটো পূৰ্ব্বৰ কবিসকলৰ সাহিত্য। এই সাহিত্যৰ শব্দাৱলী আৰু ছন্দ যাইকৈ প্ৰয়োগ কৰি শঙ্কৰে নিজ প্ৰতিভাৰে এখন বহল সাহিত্য সৃষ্টি কৰিছিল। যি সংস্কৃত পুথি অনুবাদ বা তাৰ কথা আমাৰ ভাষাত প্ৰকাশ কৰিলে এই ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ সুচল হয় সেই পুথিকেহে সেইকালৰ কবিয়ে হাতত লৈছিল। আনবিলাক সংস্কৃত কাব্যলৈ পিঠি দিছিল। কালিদাস, ভৱভূতি, মাঘ, ভাৰবী, ভৰ্ত্তৃহৰি, বিশাখ দত্ত আদি মহা মহা কবিসকলৰ কাব্য নাট আমাৰ ভাষাত অনুবাদ কৰা হোৱা নাছিল। আমাৰ কবিসকলে সংস্কৃত শিকোঁতে সেই কাব্যবোৰ অধ্যয়ন কৰিছিল। যদিও তেওঁলোকে সেই কাব্যবোৰ অনুবাদ কৰিবলৈ হাতত লোৱা নাছিল, তেওঁলোকৰ ৰচিত পুথিবোৰৰ বহুত কথা সেই কাব্যবোৰৰ উপমা, বৰ্ণনা আৰু ভাৱেৰে ৰঞ্জিত কৰিছিল।



ৰজাসকলৰ উদগণি আৰু সহায় পাই আমাৰ লিখকসকলে আয়ুৰ্ব্বেদ, নিদান, নৃত্য শাস্ত্ৰ, জ্যোতিষ, ইতিহাস, ভূগোল আদি নানা বিষয়ত শ শ পুথি ৰচিছিল। আজিও সেইবোৰ পুথি সিঁচৰতি হৈ পৰি আছে, কিছুমান অৱশ্যে কালৰ গৰ্ভত লয় পাইছে।

এই যুগৰ পুথিবোৰেই অসমীয়া সাহিত্যৰ ধৰণী। এই-বিলাকেই আমাৰ জাতীয় প্ৰাণৰ একমাত্ৰ জীৱনীশক্তি অৰ্থাৎ আমাৰ জাতিয়ে ইয়াৰ পৰা সাৰ গ্ৰহণ কৰি নিজক জীয়াই ৰাখি পৰিপুষ্ট কৰিছে আৰু কৰিব। আমিও ইয়াৰ কোলাত ডাঙৰ-দীঘল হৈছোঁ। আমাৰ জীৱনৰ শ শ ঘটনা এইবিলাকৰ লগত গঁথা আছে। মানুহে এতিয়াও দুখ ভাগৰ লাগিলে পুৰণি পুথিৰ পদ গাই জিৰণি লয়, শোক সন্তাপিত হলে পদ গাই শোক উপশম কৰে আৰু আনন্দত উত্ৰাৱল হলেও পদ গাই নাম-কীৰ্ত্তন কৰি হাত-চাপৰি বায়। "ডাকি বোলা হৰি হৰি", "ডাকি বোলা ৰাম ৰাম" গাই আমাৰ মানুহে অসমীয়া পদ পুথি নিজেও পঢ়িছে আৰু আনকো শুনাইছে। এয়ে দেশত শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্ম যে প্ৰচাৰ কৰিছে, এনে নহয়, এয়ে আমাৰ সাহিত্যকো নানা গীত, নানা নাম, নানা টোটয়, নানা ভটিমা, নানা পদেৰে মধুময় কৰিছে। আমাৰ স্বাভাৱিক জাতীয় প্ৰতিভা এই সাহিত্যত ফুটি ওলাইছে।

এই যুগৰ পদ্য, গদ্য, নাট, গীত, সাহিত্য সমালোচনা কৰি শ শ পুথি লিখিব পাৰি। এই কাম অতিশয় টান। সমালোচকৰ সংস্কৃত ভাষা, কাব্য, ব্যাকৰণত বিশেষ বুৎপত্তি থাকিব লাগিব। তাৰ উপৰি সেইবোৰ ৰচনা কৰা কালৰ ৰাজনৈতিক আৰু সামাজিক বুৰঞ্জী-জ্ঞান থাকিব লাগিব। কোনো কোনো সমালোচকে সংস্কৃত ভাষা আৰু কাব্য শাস্ত্ৰত বিশেষ জ্ঞান লভিছে; কিন্তু সংস্কৃত, প্ৰাকৃত, মাগধী, মৈথিলী আদি ভাষাৰ শব্দাৱলী আৰু ব্যাকৰণ নাজানে। কোনো কোনো সমালোচকে সেইবোৰ পুথি ৰচিত হোৱা কালৰ বুৰঞ্জী ভালকৈ জানে; কিন্তু সংস্কৃত ভাষা-কাব্য ব্যাকৰণ নাজানে। সেইকাৰণে আমাৰ পুৰণি পুথিবোৰ পুঙ্খানুপুঙ্খ ৰূপে বিচাৰ কৰি সমালোচনা কৰা হোৱা নাই। যি সমালোচকে সংস্কৃত ভাষা কাব্য জানে তেওঁ আমাৰ পুৰণি পুথিৰচোতাৰ কবিত্ব, উপমা, ছন্দ আদি কাব্যৰ গুণবোৰ দেখুৱাই দিব লাগে। যিজনে সংস্কৃত, প্ৰাকৃত, মাগধী আদি ভাষাৰ ব্যাকৰণ জানে তেওঁ আমাৰ পুথিৰ শব্দাৱলী আৰু ব্যাকৰণ বিশ্লেষণ কৰি আলোচনা কৰি পুথি লিখিব পাৰে। যিজনে সেই পুথিবোৰৰ ৰচনা কালৰ বুৰঞ্জী জানে তেওঁ সেই পুথিত উল্লেখ কৰা ঐতিহাসিক কথাবোৰ উলিয়াই সমালোচনা কৰিব পাৰে। এইদৰে আমাৰ পুৰণি সাহিত্য ভাগ ভাগ কৰি সমালোচনা কৰিলেহে প্ৰকৃত সমালোচনা সাহিত্য গঢ়া হব।

## দ্বিতীয় যুগ

যিদিনাৰ পৰা অসম দেশ বৃটিছৰ অধীন হল সেই দিনৰে পৰা দ্বিতীয় যুগ আৰম্ভ হল। এই যুগত যিবিলাক পুথি লিখা হৈছিল সেইবিলাকেই পৰাধীন অসমৰ সাহিত্য। অৰুণোদয় আৰু জোনাকীৰ লিখকসকল ইংৰাজৰ প্ৰজা আছিল; আগৰ নিচিনা স্বাধীন ৰাজ্যৰ প্ৰজা নাছিল। ইংৰাজৰ দিনত অসমৰ শাসনৰ ভাৰ ইংৰাজসকলৰ ওপৰত আছিল। তেওঁলোকেই আমাৰ ভাগ্যনিয়ন্তা আছিল।



যিবিলাকে দেশৰ চকৰি ঘূৰায়, সিবিলাকে সৰ্ব্ব ক্ষমতাৰ অধিকাৰী হৈ দেশৰ সাহিত্যৰো পৰিধি স্থিৰ কৰে। তেওঁলোকৰ নিৰ্দ্দেশ অনুসৰি সাহিত্যই এটা নিৰ্দ্ধাৰিত পথ অনুসৰণ কৰি গতি কৰে। এয়ে পৰাধীন জাতিৰ দশা। কোনো লিখকে মুকলিমূৰীয়া হৈ সাহিত্য ক্ষেত্ৰত বিচৰণ কৰিব নোৱাৰে। সেই কাৰণে আমাৰ লিখক বৰ্গই কিছুমান বিষয়ৰ কথাহে লিখিব পাৰিছিল। সেইবোৰ বিষয়ৰ বিৱৰণ ইংৰাজৰ দিনৰ অসমীয়া সাহিত্যত পোৱা যায়। সেই সাহিত্যত কি বস্তু নাছিল আৰু কি বস্তু আছিল তাৰ উল্লেখ কৰাটো আৱশ্যকীয় কথা বুলি আমি ভাবিছোঁ:

সেই কালৰ সাহিত্যলৈ চালে দেখা যায় যে ৰাজনীতি আৰু অৰ্থনীতি সম্পৰ্কীয় কোনো পুথি নাছিল। সেই যুগৰ ইউৰোপ আৰু আমেৰিকাত অসংখ্য ৰাজনৈতিক আৰু অৰ্থনৈতিক সাহিত্য আছিল। সেইবোৰ আমাৰ মানুহৰ হাতত নিশ্চয় পৰিছিল। সেইবোৰ অধ্যয়ন কৰি দেশীয় ভাষাত পুথি লিখাটো বৃথা পৰিশ্ৰম বুলি এটায়ে ভাবিছিল। দেশখন ইংৰাজৰ অধীনত। যিবিলাক মানুহে দেশ শাসন কৰে সেইবিলাকৰ কাৰণেহে ৰাজনীতি আৰু অৰ্থনীতি, আন পৰাধীন মানুহৰ কাৰণে নহয় এই ভাব সৰ্ব্বত্ৰ আছিল। আমাৰ লিখকসকলে এই দুই বিষয়ত অধিকাৰ নাই বুলি ভাবি কোনো ৰচনা বা পুথি লিখা নাছিল। ভাৰতৰ আনবিলাক ভাষাতো এই দুই বিষয়ৰ পুথি অতি বিৰল।

সেই কালৰ ইংৰাজী ভাষাত অসংখ্য বৈজ্ঞানিক পুথি ওলাইছিল। ইউৰোপ আৰু আমেৰিকাত বহুত প্ৰসিদ্ধ বৈজ্ঞানিকে ন ন বস্তু আবিষ্কাৰ কৰিছিল। সেইবোৰৰ বিৱৰণ আমাৰ লিখকসকলে নিশ্চয় পাইছিল; কিন্তু দুখৰ বিষয় যে আমাৰ দেশৰ বিজ্ঞান শিক্ষাৰ ক'তো সুব্যৱস্থা নাছিল। আমাৰ স্কুল-কলেজত যাইকৈ ইংৰাজী কাব্য, ইংৰাজী গদ্য সাহিত্য, ইংৰাজী নাটক, ইংৰাজী বুৰঞ্জী, ইংৰাজী ভূগোল আদি কিছুমান বিষয়ৰ পুথিহে

শিক্ষকসকলে লৰাক পঢ়ুৱাইছিল। আমাৰ ডেকাই বিজ্ঞানাগাৰত সোমাই বিজ্ঞান চৰ্চা কৰিবলৈ সুচল নেপাইছিল। সেই কালত যিসকল লিখকে পুথি লিখিছিল সিসকলৰ ভিতৰত বিজ্ঞান শিক্ষা কৰা পণ্ডিত এজনো নাছিল। বিশ্ববিদ্যালয়ত বিজ্ঞান শিক্ষা লভি বিজ্ঞান চৰ্চা কৰিবলৈ সুচল পালেহে বৈজ্ঞানিক লিখকে বিজ্ঞান বিষয়ৰ পুথি লিখিব পাৰে সেই কাৰণে আমাৰ ভাষাত লেখত লবলগীয়া এখনো বৈজ্ঞানিক পুথি নাছিল।

আমাৰ সাহিত্যত আছিল কি? আছিল কাব্য, উপন্যাস, নাটক, নৈতিক শিক্ষাৰ আলোচনা, সমাজ সংস্কাৰ বিষয়ৰ কিছুমান খুহুটীয়া কথা, অসমৰ বুৰঞ্জীমুলক ৰচনা আৰু সাংসাৰিক জীৱনৰ তত্ত্ব কথা। সেই কালৰ লিখকসকলে ইংৰাজী সাহিত্য আৰু বঙলা সাহিত্য ভালকৈ পঢ়িছিল। তেখেতসকলে সেইবোৰৰ আৰ্হিত আমাৰ ভাষাত সেইবোৰ পুথি লিখিছিল। এই বিষয়ে আমি কোনো কথা কব নোখোজোঁ। কেইবাজন কৃতবিদ্য লিখকে সেই পুথিবোৰ এখন এখনকৈ সমালোচনা কৰি অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখিছে এইটো স্বীকাৰ কৰিব লাগিব যে সেই কালৰ বঙ্গদেশৰ কাব্য, উপন্যাস আৰু নাটকৰ তুলনাত আমাৰ কাব্য, উপন্যাস আৰু নাটক তল খাপৰ আছিল। বঙালী আৰু অসমীয়া লিখকে একে ইংৰাজী সাহিত্যৰ পৰা সকলো ভাব পাইছিল। আমাৰ দেশত বঙ্কিম, ৰমেশচন্দ্ৰ, হেমচন্দ্ৰ, মধুসূদন, নবীন সেন, ৰবীন্দ্ৰ নাথ, শৰৎ চট্টোপাধ্যায়, গিৰীশচন্দ্ৰৰ নিচিনা ডাঙৰ ডাঙৰ কবি, উপন্যাস লিখক আৰু নাট লিখক ওপজা নাছিল। আমাৰ লিখকসকলৰ যে সিসকলৰ নিচিনা বিদ্যা বুদ্ধি নাছিল এনে নহয়, বঙালী লিখকে যি সুচল পাই সেই প্ৰসিদ্ধ চহকী বঙ্গ সাহিত্য গঢ়িলে সেই সুচল আমাৰ লিখকে পোৱা নাছিল। সুচল নেপালে কোনোৱে ভাল ভাল কাব্য, ভাল ভাল উপন্যাস আৰু ভাল ভাল নাটক লিখিব নোৱাৰে। বঙালীয়ে সুচল পালে কেনেকৈ? ভাৰতবৰ্ষ আৰু বঙ্গদেশৰ



ৰাজধানী কলিকতা বঙ্গদেশৰ বুকুত, বঙালীৰ মাজত আছিল। এয়ে বঙালীৰ প্ৰভাৱ কিমান বঢ়ালে আৰু বিস্তাৰ কৰালে তাক এটায়ে চকুৰে দেখিছে। ৰাজধানী দেশৰ ধমনী। পৃথিবীৰ সকলো মানুহে ৰাজধানীক আকোৱালি নিজ নিজ দেশৰ সাহিত্য চহকী কৰিছে। লণ্ডন, পেৰিচ, বাৰ্লিন, ৰোম আদি ইউৰোপীয় ৰাজধানীবোৰৰ ইতিহাসে এই কথাৰ প্ৰমাণ দিছে। যি দিনৰে পৰা কলিকতা ৰাজধানী হল সেই দিনৰে পৰা লক্ষ লক্ষ বঙালী নানা ঠাইৰ পৰা আহি কলিকতাত বাস কৰিলে। তেওঁলোকে এটা বিৰাট পঢ়ুৱৈ সমাজ গঢ়িলে। তাত অসংখ্য স্কুল পঢ়াশালি স্থাপিত হল; এটা ডাঙৰ বিশ্ববিদ্যালয় স্থাপিত হ'ল, ঠায়ে ঠায়ে ৰঙ্গ-মঞ্চ স্থাপিত হল, এই লক্ষ লক্ষ শিক্ষিত বঙালী মানুহ একে ঠাইতে জুম বান্ধি বাস কৰাত বঙালী লিখকসকলে অপূৰ্ব্ব উদগণি পাই শ শ বাতৰি কাকত, আলোচনী আৰু পুথি লিখিবলৈ ধৰিলে। যিসকল সেই সময়ত কলিকতালৈ গৈছিল সিসকলে নিজ চকুৰে কেনেকৈ বঙ্গ সাহিত্যই দোপত দোপে উঠি গোটেই ভাৰতত নিজৰ প্ৰতিভা বিস্তাৰ কৰিছিল তাক দেখিছিল। আমিও দেখিছোঁ।

আমাৰ জোনাকীযুগৰ লিখকসকলে কলিকতাৰ নিচিনা হাজাৰ হাজাৰ শিক্ষিত লোকেৰে সংগঠিত এটা বৃহৎ পঢ়ুৱৈ সমাজ থকা এখন ৰাজধানী অসমৰ বুকুত অসমীয়া ৰাইজৰ মাজত পোৱাহেঁতেন; সেই ৰাজধানীক কেন্দ্ৰ কৰি এটা বিশাল চহকী সাহিত্য গঢ়িব পাৰিলেহেঁতেন। ৰাজধানীয়ে সাহিত্যিকৰ কাৰণে এখন বহল ক্ষেত্ৰ তৈয়াৰ কৰে। জগতৰ প্ৰধান প্ৰধান সাহিত্যৰ বুৰঞ্জী পঢ়িলে পৰিষ্কাৰকৈ দেখা যায় যে ৰাজধানীয়ে কবি, উপন্যাস লিখক, নাটক লিখক, ইতিহাস লিখক, বিজ্ঞান পুথি লিখক আদি সকলো শ্ৰেণীৰ লিখকৰ কাৰণে বৃহৎ বৃহৎ ক্ষেত্ৰ সৃষ্টি কৰে। তেনেকুৱা সাহিত্য ক্ষেত্ৰৰ অভাৱত যে আমাৰ বহুত অসমীয়া প্ৰতিভাৱন্ত লিখকৰ প্ৰতিভা, জ'ই পৰি গৈছে তাৰ প্ৰমাণ আমি জোনাকীযুগৰ

সাহিত্যৰ ইতিহাসত পাইছোঁ। আজিও আমাৰ মানুহে ৰাজধানীৰ অসীম প্ৰভাৱৰ কথা উপলব্ধি কৰিব পৰা নাই।

ইংৰাজৰ দিনত আমাৰ মানুহে বহুত দিনলৈ অসমীয়া ভাষাৰ অস্তিত্ব ৰক্ষা কৰিবলৈ প্ৰাণপণে যুঁজিছিল। আমাৰ লিখক-সকলে কেনেকৈ অসম দেশক ভাৰতবৰ্ষৰ আন আন প্ৰদেশৰ নিচিনা এখন প্ৰদেশ কৰিব পাৰি তাৰ কাৰণে অসমীয়াৰ প্ৰাণত ভাৰতীয় ভাব সঞ্চাৰ কৰিবলৈ নানা পুথি-পাঁজি ৰচিছিল। আমাৰ মানুহে অসমৰ অতীত কাহিনী পাহৰি গৈ নিজক সৰু নীহ বুলি ভাবিছিল। এই ভাব ৰাইজৰ মনৰ পৰা আঁতৰোৱা যায় কেনেকৈ? পূৰ্ব্বে এইখন দেশত বিদ্যা-বুদ্ধি থকা আৰু যুদ্ধ বিগ্ৰহ কৰি নিজ দেশৰ স্বাধীনতা ৰক্ষা কৰিব পৰা এটা শক্তিমন্ত জাতি আছিল—এই কথা প্ৰমাণ কৰিবলৈ কেইবাজন লিখকে আমাৰ পুৰণি সাঁচিপতীয়া পুথিবোৰ আৰু বুৰঞ্জীবোৰ উদ্ধাৰ কৰিবলৈ অশেষ চেষ্টা কৰিলে। এই বিষয়ে অনেক ৰচনা সেই সময়ৰ আলোচনীবোৰত লিখা হৈছিল। ইয়াৰ উপৰি বহু কালৰে পৰা মামৰে খোৱা আমাৰ সমাজখন সংস্কাৰ কৰিবলৈ কিছুমান খুহুটীয়া কথাৰে গল্প বা আখ্যান লিখা হৈছিল। এইবোৰে সেইকালৰ মানুহৰ চকু মুকলি কৰি দিছিল। আমাৰ সাহিত্য ঘাইকৈ অসম ভাবাপন্ন আছিল অথাৎ অসমৰ কথাই সৰহ ভাগ লিখকে লিখিছিল। আন কথা লিখা লিখকৰ সংখ্যা নিচেই তাকৰ আছিল। বঙ্গদেশৰ লিখকসকলে আমাৰ নিচিনা বঙ্গ ভাষাৰ অস্তিত্বৰ কাৰণে যুঁজা নাছিল। বঙ্গভাষা সদায় নিৰাপদে আছিল। বঙ্গ ভাষাৰ উৎকৰ্ষ সাধন কৰিবলৈ বঙালী সাহিত্যিকে বঙ্গদেশৰ চাৰি সীমাত আৱদ্ধ নেথাকি জগত-সাহিত্য ক্ষেত্ৰত মুকলিমূৰীয়া হৈ বিচৰণ কৰি নানা বিষয়ৰ পুথি ৰচনা কৰিছিল। বঙলা কাব্য, উপন্যাস, নাটক আৰু আন আন সাহিত্য পঢ়িলে দেখা যায় যে বঙালী সাহিত্যিকসকলে আমাৰ সাহিত্যিকৰ নিচিনা কোনো নিৰ্দ্ধাৰিত সীমাৰ ভিতৰত



ঘূৰি থাকিব লগাত পৰা নাছিল। ভাৰতৰ আন আন প্ৰদেশৰ লিখকবৰ্গয়ো নিৰাপদে থাকি সাহিত্য চৰ্চ্চা কৰিব পাৰিছিল।

এই যুগৰ সাহিত্য পুৰণি সাহিত্যৰ নিচিনা চহকী নাছিল। এই সাহিত্যই পৰাধীন জাতিৰ হা-হুমুনিয়াহ আৰু জাতিৰ অস্তিত্বৰ কাৰণে কৰা চিন্তা ভাবনা প্ৰকাশ কৰিছে। ওপৰত উল্লেখ কৰা কাৰণত আমাৰ লিখকসকলে সাহিত্যৰ বহুল ক্ষেত্ৰ নেপাই উচ্চ শ্ৰেণীৰ কাব্য, গীত, নাট, উপন্যাস আদি বিবিধ পুথি লিখিব পৰা নাছিল। আমাৰ দেশত ভাৰত বিখ্যাত কোনো কবি নাছিল, কোনো ঔপন্যাসিক নাছিল, কোনো নাটক লিখক নাছিল। এওঁ-লোকে জগত বিখ্যাত কোনো গ্ৰন্থ লিখিব পৰা নাছিল সঁচা; কিন্তু এওঁলোকে এটা অতুলনীয় বস্তু আমাৰ কাৰণে এৰি থৈ গল। এয়ে আমাৰ ভাষাৰ আৰ্হি। ইয়াৰ গুণ আমি কেতিয়াও পাহৰিব নোৱাৰোঁ। সেই লিখকসকলে কি যত্ন কৰি আমাৰ কাৰণে ভাষাৰ আৰ্হি সৃষ্টি কৰি গল তাক ভাবিলে বিস্ময় মানিব লাগে। আমাৰ ভাষা সংস্কৃতিৰ পৰা উদ্ভৱ হৈছে সঁচা; কিন্তু বহুত ঘৰুৱা শব্দ আৰু কথা তাৰ লগত মিহলি হৈছে। আমি সদায় সংস্কৃত আৰু ঘৰুৱা শব্দ ব্যৱহাৰ কৰি আমাৰ ভাব প্ৰকাশ কৰিছোঁ। আমাৰ লিখা বাক্যবোৰতো সংস্কৃত আৰু ঘৰুৱা শব্দ বহুত আছে। ক'ত ক'ত সংস্কৃত শব্দ, ক'ত ক'ত ঘৰুৱা শব্দ ব্যৱহাৰ কৰিলে আমাৰ ভাষা তেনেই নিভাঁজ অসমীয়া হব অৰ্থাৎ অসমৰ সৰহভাগ মানুহে কোৱা ভাষা হব তাক সেই লিখকসকলে নিজৰ অভিজ্ঞতাৰ পৰা ভালকৈ বুজিছিল আৰু তাক যথাস্থানত প্ৰয়োগ কৰি জোনাকীৰ প্ৰবন্ধবোৰ লিখিছিল। ৰচনা সুৰলা কৰিবলৈ কেতিয়াবা আমাৰ যোজনা, ফকৰা আৰু পটন্তৰ ব্যৱহাৰ কৰিব লাগিব। ইয়াৰো উদাহৰণ জোনাকীত আছে। মুঠ কথা, যি যি কথা লিখি ভাষা নিভাঁজ কৰা হয়, যি যি কথা লিখি ভাষা জতুৱা ঠাচত চলা হয়, যি যি কথা লিখি ভাষা গহীন কৰা হয়, যি যি কথা লিখি ভাষা খুহুটীয়া

কৰা হয়, যি যি কথা লিখি ভাষা তেজাল কৰা হয়, আটাই-বিলাকৰে উদাহৰণ জোনাকীত পোৱা যায়।

ইয়াৰ উপৰি এওঁলোকে আমাৰ কাৰণে আৰু দুটা বস্তু থৈ গল। সেয়ে হল অভিধান আৰু ব্যাকৰণ। ভাষাৰ আহিঁ, অভিধান আৰু ব্যাকৰণেই পৰাধীন অসমৰ সাহিত্যৰ অমূল্য দান। এই অভিধান আৰু ব্যাকৰণৰ সহায় লৈ আজিও আমি নিভাঁজ শুদ্ধ অসমীয়াত আধুনিক সাহিত্য সৃষ্টি কৰিব পাৰোঁ। আমি ব্যাকৰণ আৰু অভিধানত নিঃকিন নহওঁ, নিঃকিন আমি ভাবত। অৱশ্যে সময়ৰ লগে লগে অভিধান আৰু ব্যাকৰণৰো উৎকৰ্ষ সাধন কৰিব লাগিব। কেইবাজন ভাষাবিদ্ পণ্ডিতে সেই অভিধান আৰু ব্যাকৰণ সময়োপযোগী কৰিবলৈ যত্ন কৰিছে। ই শুভ লক্ষণ।

## তৃতীয় যুগ

যি দিনৰ পৰা ভাৰতৰ লগত অসম দেশে স্বাধীনতা পালে সেই দিনৰে পৰা তৃতীয় যুগ আৰম্ভ হল। আমাৰ লিখকসকলে আগৰ নিচিনা অসমৰ কথাকে মাথোন চৰ্চ্চা কৰি পুথি-পাঁজি লিখিবলৈ এৰিলে। অসম স্বাধীন ভাৰতৰ এখন ৰাজ্য বা ষ্টেট হল। অসমে ভাৰতলৈ পিঠি দি কোনো কাম স্বতন্ত্ৰ ভাৱে কৰিব নোৱাৰে। আমি এনেদৰে সকলো কাম কৰিব লাগিব যাতে সেইবোৰ ভাৰতৰ ঐক্য স্থাপন কৰি দিনক দিনে তাক সুদৃঢ় কৰে। আমাৰ সাহিত্যয়ো এই পথ অনুসৰণ কৰিব লাগিব অৰ্থাৎ ভাৰতৰ ঐক্য স্থাপনৰ কোনো বিঘিনি নিমিলাই আমি আমাৰ সাহিত্য সৃষ্টি কৰিব লাগিব। এই ভাব ক্ৰমাৎ লিখকসমাজৰ ভিতৰত বিয়পিব লাগিছে। বৰ্ত্তমান যি বিলাক বাতৰি কাকত, আলোচনী আৰু পুথি ওলাইছে সেইবোৰত আমাৰ লিখকে অসমৰ সীমা অতিক্ৰম কৰি সমগ্ৰ ভাৰতত বিচৰণ কৰিব লাগিছে। ভাৰতৰ ধৰ্ম্ম সমাজ ৰাজনীতিয়ে আমাৰ আলোচনাৰ ঘাই বস্তু হৈছে। কোনো কোনোৱে ভাৰতৰো সীমা অতিক্ৰম কৰি পৃথিবীৰ প্ৰধান প্ৰধান দেশবোৰতো ভুমুকি মাৰিছে।



আমাৰ লিখকবৃন্দৰ আগত এটা নতুন সমস্যাই দেখা দিলে। সমগ্ৰ ভাৰতলৈ চকু ৰাখি অসমীয়া সাহিত্যৰে কেনেকৈ আমাৰ জাতিটোক শক্তিমন্ত কৰা যায়? এইটো কৰিবলৈ হলে আমাৰ উঠি অহা ডেকাদলে কৃষিৰ নানা প্ৰণালী, বেহা-বেপাৰৰ নানা প্ৰণালী, কল-কাৰখানা স্থাপনৰ নানা প্ৰণালী, দেশৰ খনিজ আৰু বনজ সম্পদৰ পৰা ন ন বস্তু তৈয়াৰ কৰাৰ নানা প্ৰণালী, ৰেল, জাহাজ, আকাশীযানবোৰ কৰাৰ নানা প্ৰণালী, যুদ্ধৰ আহিলা-পাতি নিৰ্ম্মাণৰ নানা প্ৰণালী, স্বাস্থ্যৰ উন্নতিৰ নানা প্ৰণালী আদি অসংখ্য প্ৰণালী ভালকৈ জানিব লাগিব। এই প্ৰণালীবোৰ শিকিবলৈ ভিন ভিন শাস্ত্ৰ আছে। সেইবোৰ শাস্ত্ৰ আমাৰ ভাষাত লিখিব লাগিব। জগতৰ উন্নত জাতিবোৰে নিজ নিজ ভাষাত সেই শাস্ত্ৰবোৰ প্ৰণয়ন কৰি এটা বহল সাহিত্য সৃষ্টি কৰিছে। আমি স্বীকাৰ কৰিব লাগিব যে আধুনিক অসমীয়া সাহিত্য অধ্যয়ন কৰি কোনো মানুহে সেই প্ৰণালীবোৰ শিকি সিবিলাকৰ নিচিনা দেশক কৃষি, বাণিজ্য, শিল্পৰে ঐশ্বৰ্য্যৱন্ত কৰিব নোৱাৰে। আজি আমি ইংৰাজীত লিখা সেই প্ৰণালীবোৰ শিকিবলৈ বিবিধ শাস্ত্ৰ পাইছো। সৌভাগ্যক্ৰমে আমাৰ মানুহে ইংৰাজী জানে আৰু তাৰ আলম লৈ কিছুমান ডেকাই সেই প্ৰণালীবোৰ জানিবলৈ চেষ্টা কৰিছে।

আমাৰ লিখকসকলে অসমীয়া সাহিত্যক সৰ্ব্বাঙ্গ কৰিব লাগিব অৰ্থাৎ ইংৰাজী বা আন কোনো উন্নত ভাষাৰ সহায় নলৈ কেৱল অসমীয়া পুথি-পাঁজি পঢ়ি সেই প্ৰণালীবোৰ শিকি যাতে জগতৰ সকলো বিদ্যা লভিব পাৰে তাৰ যত্ন কৰিব লাগিব। এয়ে বৰ্ত্তমান আমাৰ একমাত্ৰ লক্ষ্য হব লাগিব। এই কাম অতিশয় টান। ইয়াক সাধন কৰা যায় কেনেকৈ?

পৃথিবীৰ কোন কোন জাতিয়ে জগতৰ সকলো বিধৰ বিদ্যা লভিবলৈ আন আন উন্নত ভাষাৰ শাস্ত্ৰবোৰ অধ্যয়ন কৰি তাত পাৰদৰ্শী হৈ নিজ নিজ ভাষাত সেই শাস্ত্ৰবোৰ অনুবাদ কৰিছিল তাৰ সমুদায় বিৱৰণ ইয়াত দিয়া সম্ভৱ নহয়। সেই জাতিবোৰে পাচত সেই উন্নত ভাষাৰ সহায় নোলোৱাকৈ নিজৰ ভাষাতে লিখা শাস্ত্ৰবোৰকে অধ্যয়ন কৰি আধুনিক জগতৰ সকলো জ্ঞান বিদ্যা-শিক্ষা লভি দেশক সমৃদ্ধিশালী আৰু শক্তিমন্ত কৰিছে। এই কাম যিমানেই টান নহওক আমি তাক কৰিবই লাগিব। আমিও সিবিলাকৰ নিচিনা অনুবাদ সাহিত্যেৰে এই কাম আৰম্ভ কৰিব লাগিব। ইউৰোপীয় শুধ সাহিত্য আৰু শুধ বিজ্ঞানৰ সৰহভাগ পুথি অনুবাদ কৰিবলৈ আমাৰ কৃতবিদ্য লোক আছে। বৰ্ত্তমান আমাৰ ভিতৰত ভালকৈ ইংৰাজী জনা অনেক লোক আছে। ইংৰাজী ভাষা পৃথিৱীৰ ভিতৰত অতিশয় চহকী। এই ভাষাত যে ইংলণ্ডৰ লিখকৰ মাথোন পুথি-পাঁজি আছে এনে নহয়; ফৰাচী, জাৰ্ম্মানী, ৰাচিয়া, ইটালীয় ইত্যাদি ভাষাবোৰৰো বিখ্যাত বিখ্যাত গ্ৰন্থবোৰৰ ভাঙনী আছে। তাৰ উপৰি সংস্কৃত, হিব্ৰু, লেটিন, গ্ৰীচ; আৰব, পাৰ্চি, চীনা আদি প্ৰাচীন ভাষাৰ গ্ৰন্থবোৰৰ ভাঙনী আছে। সেইকাৰণে ইংৰাজী ভাষা জানিলে এই এটাইবোৰ গ্ৰন্থ অধ্যয়ন কৰি জগতৰ অতীত আৰু আধুনিক জ্ঞান লভিব পাৰি আৰু কিছুমান অনুবাদো কৰিব পাৰি।

এই অনুবাদ সাহিত্যৰ আলম লৈ সেই জাতিবোৰৰ পণ্ডিত-সকলে গভীৰ চিন্তা কৰি নানা কথা গৱেষণা কৰি নিজেও বহুত মৌলিক গ্ৰন্থ প্ৰণয়ন কৰিছে। আধুনিক জগতৰ চিন্তাধাৰা কেনি বৰলৈ ধৰিছে তাৰ সম্ভেদ পাবলৈ সকলো ভাষাৰ বিখ্যাত বিখ্যাত গ্ৰন্থকাৰৰ ওচৰ চাপিব লাগিব। সকলো ভাষা শিকি সেই ভিন ভিন গ্ৰন্থকাৰৰ ওচৰ চপা অসম্ভৱ। সেইকাৰণে অনুবাদ সাহিত্যৰ আশ্ৰয় লব লাগিব। যিসকলে ন ন বৈজ্ঞানিক আবিষ্কাৰ কৰিছে আৰু যিসকলে ধৰ্ম, সমাজ, সাহিত্যৰ ন ন তথ্য উলিয়াইছে সেইসকল মনীষীয়ে তেনেকুৱা অনুবাদ সাহিত্যৰ আশ্ৰয় লৈহে জগতৰ সকলো গ্ৰন্থকাৰৰ ওচৰ চাপিবলৈ সমৰ্থ হৈছে। সেইকাৰণে উন্নত দেশবোৰত চৰকাৰ আৰু ৰাইজে অজস্ৰ ধন ঢালি অনুবাদ সাহিত্য গঢ়িবলৈ নানা উপায় অৱলম্বন কৰিছে।



## শিক্ষাৰ মাধ্যম

সৌভাগ্যক্ৰমে আজি ভাৰতৰ কেন্দ্ৰীয় চৰকাৰে এই অনুবাদ সাহিত্যৰ মোল বুজি ভাৰতৰ ভিন ভিন ৰাজ্যৰ ভাষাবোৰ টেকনিকেল কৰিবলৈ কিছুমান প্ৰস্তাৱ কৰিছে। সেই প্ৰস্তাৱবোৰৰ সম্পৰ্কে আমি বহলাই আলোচনা কৰিব নোখোজোঁ। বৰ্ত্তমান শিক্ষাৰ মাধ্যম সলনি কৰিলেহে ভাষাবোৰৰ উৎকৰ্ষ সাধন কৰা হব ইটো সকলোৱে স্বীকাৰ কৰিছে স্কুলীয়া শিক্ষাৰ আৰু বিশ্ব-বিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কি হব? স্কুলীয়া শিক্ষাৰ মাধ্যম যে ৰাজ্যে ৰাজ্যে ৰাজ্যিক ভাষা হব লাগিব তাক এটায়ে মুক্তকণ্ঠে কৈছে। আমাৰ ভিন ভিন ভাষাত যিবোৰ পুথি আছে আৰু অনুবাদ কৰি যিবোৰ পুথি প্ৰণয়ন কৰা হব সেইবোৰৰ দ্বাৰা পঢ়াশালি আৰু স্কুলৰ সাহিত্য আৰু বিজ্ঞান শিক্ষা দিয়া সম্ভৱ হব। আমাৰ অসমীয়া ভাষাত যিবোৰ পুথি আছে আৰু অনুবাদ কৰি যিবোৰ পুথি ৰচনা কৰা হব সেইবোৰেৰে আমাৰ নিম্ন আৰু উচ্চ শ্ৰেণীত সাহিত্য আৰু বিজ্ঞান শিক্ষা দিব পাৰি।

বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কি হব? এই বিষয়ে শিক্ষাবিদ্ সকলৰ ভিতৰত মতভেদ আছে কিছুমানে কয় যে স্কুলত যেনেকৈ ৰাজ্যিক ভাষাৰে শিক্ষা দিয়া সম্ভৱ হৈছে তেনেকৈ বিশ্ববিদ্যালয়তো ৰাজ্যিক ভাষাৰে সকলো প্ৰকাৰ শিক্ষা দিয়া সম্ভৱ হব। কিছুমানে কয় যে স্কুলীয়া শিক্ষা আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা একে নহয়।

আমাৰ ভাষাবোৰত যিবোৰ পুথি আছে সেইবোৰেৰে বিশ্ববিদ্যালয়ৰ শিক্ষা দিয়া অসম্ভৱ। আৰু চহকী ভাষাৰ গ্ৰন্থ অনুবাদ কৰি বিশ্ববিদ্যালয়ৰ পাঠ্য-পুথি ৰচনা কৰিব পাৰি সঁচা; কিন্তু সেই পাঠ্য-পুথিৰ কথাবোৰ বুজিবলৈ হাজাৰ হাজাৰ আনুষঙ্গিক পুথিৰ আৱশ্যক হব। সেইবোৰ একেলগে অনুবাদ কৰা অসম্ভৱ। সেই কাৰণে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কিছুদিনলৈ ইংৰাজী হৈ থাকিব লাগিব।

আমিও ভাবোঁ যে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কিছুদিনলৈ ইংৰাজী হব লাগিব। ইংৰাজী এটা অতিশয় চহকী আন্তৰ্জাতিক ভাষা। এই ভাষাত শুধ সাহিত্য আৰু শুধ বিজ্ঞানৰ লক্ষ লক্ষ পুথি আছে। অৰ্থনীতি, ৰাজনীতি শাস্ত্ৰ, শিক্ষানীতি সমাজ, বিজ্ঞান, বুৰঞ্জী, বাণিজ্য নীতি, বিধি ব্যৱহাৰ সংহিতা আদি শুধ সাহিত্যৰ যিমানবিলাক পুথি আছে সেইবোৰ একেদিনে অনুবাদ কৰা অসম্ভৱ। যেয়ে এবাৰ ইংৰাজী কিতাপৰ বৃহৎ পুথি ভড়াল দেখিছে সেয়ে দেখিব যে এটা বিষয়ৰে হাজাৰ হাজাৰ পুথি। শুধ সাহিত্যৰ নিচিনা শুধ বিজ্ঞানৰো অলেখ পুথি। অঙ্ক শাস্ত্ৰ, পদাৰ্থবিদ্যা, ৰসায়ন বিদ্যা, শৰীৰ বিজ্ঞান, উদ্ভিদ বিজ্ঞান, ভূতত্ত্ব বিজ্ঞান, জন্তুতত্ত্ব বিজ্ঞান, নৃতত্ত্ব বিজ্ঞান, স্থিতি বিজ্ঞান, ভূগোল বিদ্যা, ধাতুবিদ্যা, কৃষি বিজ্ঞান, শিল্প বিজ্ঞান, চিকিৎসা শাস্ত্ৰ, যন্ত্ৰ বিদ্যা, কাৰিকৰী বিদ্যা, স্থপতি বিদ্যা, আকাশ বিজ্ঞান আদি অসংখ্য বিজ্ঞানৰ অসংখ্য পুথি। এইবোৰ একেদিনে একেলগে অনুবাদ কৰা অসম্ভৱ।

যদি ইংৰাজীৰ সলনি এতিয়াই ৰাজ্যিক ভাষা বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰা হয় তেনেহলে আমাৰ ডেকাদল মাথোন ৰাজ্যিক ভাষাত লিখা পাঠ্য-পুথিবোৰৰ ভিতৰত আৱদ্ধ হৈ থাকিব লাগিব। তেওঁলোকে ইংৰাজী বুজিবলৈ ক্ৰমে ক্ৰমে অসমৰ্থ হব আৰু ইংৰাজীত লিখা আনুষঙ্গিক পুথিবোৰ পঢ়ি বুজিব নোৱাৰিব।



ইয়াৰ ফলত আমাৰ ডেকাদলৰ জ্ঞান তেনেই সীমাৱদ্ধ হব। বৰ্ত্তমান ভাৰতৰ ডেকাদলে ইংৰাজী ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰি যেনেকৈ জগতৰ বিদ্যা-শিক্ষা লভি নিজৰ দেশত সকলো কাম কৰিবলৈ পাৰ্গত হৈছে আৰু আনবিলাক দেশলৈ গৈ নানা কাম কৰিছে তেনেকৈ ৰাজ্যিক ভাষাৰ মাধ্যমত বিশ্ববিদ্যালয়ৰ শিক্ষা লভি কোনো ক্ষেত্ৰতে আগবাঢ়ি যাব নোৱাৰিব। এটা ভাষাক শিক্ষাৰ মাধ্যম কৰিলে সেই ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰা যায়; ভাষা এটাক মাধ্যম কৰি শিক্ষা দিয়া আৰু মাধ্যম নকৰি শিক্ষা দিয়া দুটা বেলেগ কথা।

কোনো কোনোৱে কব পাৰে যে চীন, জাপান, চুইজাৰলেণ্ড, ফ্ৰান্স, ৰাচিয়া আদি দেশবোৰৰ মানুহে ইংৰাজী ভাষা নজনাকৈ নানা বিধ মৌলিক সাহিত্যৰ গ্ৰন্থ ৰচনা কৰিব পাৰিছে আৰু অদ্ভুত অদ্ভুত বৈজ্ঞানিক আবিষ্কাৰ কৰিব পাৰিছে। যদি সেইবোৰ দেশত বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম ইংৰাজী নকৰাকৈ জাতীয় উন্নতি সাধন কৰিব পাৰিছে, তেনেহলে আমি ভাৰতীয়ই ইংৰাজী খামুচি ধৰি থাকিম কিয়? এই যুক্তিৰ কোনো মূল্য নাই। সেইবোৰ দেশৰ উদাহৰণ আমাৰ ভাৰতত নাখাটে। সেইবোৰ দেশৰ ইতিহাস আমাৰ ভাৰতৰ লগত নিমিলে। সেইবোৰ দেশত ভাৰতৰ নিচিনা বহুযুগ ধৰি গঠিত হোৱা ভিন ভিন ৰাজ্য, ভিন ভিন ভাষা, ভিন ভিন সাহিত্য নাই। সেইবোৰ দেশক ভাৰতৰ নিচিনা ইংৰাজে অধিকাৰ কৰি প্ৰায় দুশ বছৰ শাসন কৰা নাছিল। আমাৰ দেশত ইংৰাজে যেনেকৈ আমাৰ স্কুল-কলেজত ইংৰাজী ভাষা শিকাই, তাৰ সাহিত্য আৰু বিজ্ঞান শিক্ষা দিছিল তেনেকৈ সেইবোৰ দেশত ইংৰাজে ইংৰাজী ভাষা প্ৰচলন কৰা নাছিল। সেইবোৰ দেশৰ মানুহে গুৰিৰে পৰা অৰ্থাৎ প্ৰায় দুশ বছৰ আগৰে পৰা বেলেগ পন্থা অৱলম্বন কৰি ইংৰাজী ভাষাক শিক্ষাৰ মাধ্যম নকৰাকৈ সাহিত্য আৰু বিজ্ঞান শিক্ষাৰ ব্যৱস্থা

কৰিছিল। আমি একে দিনে সেই পন্থা লব নোৱাৰো। একে দিনে ললে আমি তুয়ো কুল হেৰুৱাম। আমি আমাৰ ৰাজ্যিক ভাষাবোৰকো ইংৰাজীৰ নিচিনা পূৰ্ণাঙ্গ কৰিব নোৱাৰিম আৰু ইংৰাজীত আগৰ দৰে শিকি ইংৰাজী সাহিত্য আৰু বিজ্ঞানৰ জ্ঞান লভিব নোৱাৰিম।

এই ইংৰাজী ভাষা শিক্ষাৰ পৰা আমি ভাৰতীয়ই কি কি পালো তাক আমি আলোচনা কৰিব নোখোজোঁ। এই ডেৰশ বছৰ ধৰি ভাৰতৰ ৰাজ্যবোৰৰ শিক্ষাৰ মাধ্যম ইংৰাজী আছিল। এই ভাষাৰ আলম লৈ আমি মাদ্ৰাজ, কেৰল, মহাৰাষ্ট্ৰ, গুজৰাট, পাঞ্জাব আদি ৰাজ্যবোৰৰ শিক্ষিত শ্ৰেণীৰ লগত কথাবাৰ্ত্তা পাতিব পাৰিছো আৰু নানা বাতৰি কাকত, আলোচনী আৰু পুথি লিখি সিবিলাকৰ লগত মনে-প্ৰাণে মিলিব পাৰিছো। আমাৰ মিলনৰ আৰু ঐক্যৰ ভেটি যে ইংৰাজীয়ে স্থাপন কৰি দিনক দিনে দৃঢ় কৰিছে তাক আমি স্বীকাৰ কৰিব লাগিব। এই ডেৰশ বছৰ শিক্ষাৰ মাধ্যম স্বৰূপে বিশ্ববিদ্যালয়বোৰত প্ৰচলিত হোৱা ভাষাটোক আমি একে দিনে বৰ্জ্জন কৰিব নোৱাৰো।

মাদ্ৰাজৰ তামিল ভাষা যে অসমীয়া ভাষাতকৈ বহুগুণে চহকী তাক আমি স্বীকাৰ কৰিব লাগিব। তাত তামিল আৰু ইংৰাজী এই দুটা ভাষা মাত্ৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম স্বৰূপে গ্ৰহণ কৰা হৈছে। বিশ্ববিদ্যালয়ত বৈজ্ঞানিক আৰু শিল্প শিক্ষাৰ (Scientific and technical knowledge) কাৰণে বহুকাললৈ ইংৰাজী মাধ্যম কৰা হব আৰু তামিল আনবিলাকৰ শিক্ষাৰ মাধ্যম হব। আমি সিবিলাকৰ দৰে দুটা ভাষা অৰ্থাৎ অসমীয়া আৰু ইংৰাজী বিশ্ববিদ্যালয় শিক্ষাৰ মাধ্যম কৰিব লাগিব। বিশ্ববিদ্যালয়ত বৈজ্ঞানিক আৰু শিল্প শিক্ষাৰ মাধ্যম বহুত কাললৈ ইংৰাজী হৈ থাকিব। আন আন বিষয়ত আমি তামিলৰ নিচিনা এতিয়াই অসমীয়াক বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰাটো সম্ভৱ নহব। সেই কাৰণে অন্ততঃ



পাঁচ বা দহ বছৰলৈ সেই বিষয়বোৰৰো শিক্ষাৰ মাধ্যম ইংৰাজী হৈ থাকিব। অৱশ্যে বৈজ্ঞানিক আৰু শিল্প শিক্ষাৰ মাধ্যম মাদ্ৰাজ আৰু বঙ্গদেশৰ নিচিনা বহুকাললৈ ইংৰাজী ৰাখিব লাগিব।

মই এজন অসমীয়া। আমাৰ অসমীয়া ভাষাক আমাৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম এতিয়াই কৰিব পাৰিলে অতিশয় আনন্দ পাম; কিন্তু আমি ভবিষ্যতলৈ চাব লাগিব। আমাৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যমৰ ওপৰত অসমীয়া জাতিৰ ভবিষ্যত নিৰ্ভৰ কৰিছে। এই বিষয়ে আমি দূৰদৰ্শী হব লাগিব। জাতীয় ভাবৰ ৰাগীয়ে যাতে আমাৰ মন মতলীয়া কৰিব নোৱাৰে তাৰ কাৰণে সতৰ্ক হব লাগিব। বহুত কথা ভাবি চিন্তি এই বিষয়ে এটা সিদ্ধান্তত উপনীত হব লাগিব। আমাৰ বিবেচনাত উপৰোক্ত সিদ্ধান্তই অসমৰ ভবিষ্যত উজ্জ্বল কৰিব অৰ্থাৎ আমাৰ ডেকাদলে বিশ্ববিদ্যালয়ত কিছু দিনলৈ ইংৰাজী ভাষাত লিখিত পাঠ্যপুথি আৰু সহস্ৰ সহস্ৰ আনুষঙ্গিক পুথি অধ্যয়ন কৰি নানা বিষয়ত জ্ঞান আহৰণ কৰি আমাৰ সাহিত্য পূৰ্ণাঙ্গ কৰিব পাৰিব।

আমাৰ বহুমুখী উচ্চ মাধ্যমিক শিক্ষাৰ কাৰণে অসমীয়া ভাষাক মাধ্যম কৰা হৈছে। এই শিক্ষা দিবলৈ শুধ সাহিত্য আৰু শুধ বিজ্ঞানৰ কিছুমান পাঠ্যপুথি ইতিমধ্যে ৰচনা কৰা হৈছে। সেই পাঠ্যপুথি পঢ়ি ছাত্ৰ-ছাত্ৰীয়ে বিশেষ জ্ঞান লভিব নোৱাৰে। পাঠ্যপুথিবোৰ বুজিবলৈ হলে তাৰ আনুষঙ্গিক বহুত পুথি ৰচনা কৰিব লাগিব। উদাহৰণ স্বৰূপে আমি ভাৰতৰ ইতিহাসৰ পাঠ্য পুথিৰ কথা কব খুজিছো। এই পাঠ্যপুথিৰ কথাবোৰৰ সবিশেষ বিৱৰণ জানিবলৈ হলে অসংখ্য ঐতিহাসিক পুথি পঢ়িব লাগিব। আমাৰ ভাষাত সেইবোৰ পুথি নাই। ইংৰাজীত আছে। মহেন্‌জাদাৰো, হাৰাপ্পা, বৈদিক যুগ, বৌদ্ধ যুগ আদি যুগবিলাকৰ কথা জানিবলৈ ইংৰাজীত শ শ পুথি আছে। সেইবোৰৰ অধিকাংশ অনুবাদ কৰিব লাগিব। সেইদৰে ৰসায়ণ বা পদাৰ্থ বিদ্যাৰ

কথাবোৰ ভালকৈ জানিবলৈ ইংৰাজীত অসংখ্য আনুষঙ্গিক পুথি আছে। সেইবোৰৰ অধিকাংশ অনুবাদ কৰিব লাগিব।

এই অনুবাদ সাহিত্য গঢ়িবলৈ এটা আঁচনি প্ৰস্তুত কৰিব লাগিব। আমি এনে এটা আঁচনি কৰি গত বছৰ 'অসমীয়া সাহিত্যৰ ভৱিষ্যত' নামেৰে এখন সৰু পুথি প্ৰকাশ কৰিছো। সেইখনত স্কুলীয়া আৰু বহুমুখী উচ্চ মাধ্যমিক শিক্ষাৰ কাৰণে শুধ সাহিত্য আৰু শুধ বিজ্ঞানৰ ইংৰাজীত লিখা বিখ্যাত বিখ্যাত গ্ৰন্থবোৰ অনুবাদ কৰি কিদৰে প্ৰকাশ কৰিব পাৰি তাৰ কিছুমান উপায় দিয়া হৈছে। আমি এই আঁচনি সম্পৰ্কে বহলাই আলোচনা নকৰি মাথোন আঁচনিখন তলত দিলো :—

ঘাই অনুষ্ঠান—বিশ্ববিদ্যালয়—

(ক) শুধ সাহিত্য | (খ) শুধ বিজ্ঞান

| | | | | | |
|---|---|---|---|---|---|
| পৰিভাষা সমিতি | প্ৰসিদ্ধ গ্ৰন্থবোৰৰ তালিকা প্ৰস্তুত কৰা সমিতি | প্ৰত্যেকখন গ্ৰন্থ অনুবাদ কৰিবলৈ উপযুক্ত লোক নিয়োগ | পৰিভাষা সমিতি | প্ৰসিদ্ধ গ্ৰন্থবোৰৰ তালিকা প্ৰস্তুত কৰা সমিতি | প্ৰত্যেকখন গ্ৰন্থ অনুবাদ কৰিবলৈ অধ্যাপক নিয়োগ |

(খ) বহুমুখী উচ্চ মাধ্যমিক শিক্ষাৰ কাৰণে যি যি সূচী প্ৰস্তুত কৰা হৈছে সেইবোৰ অনুযায়ী পুথি ৰচনা কৰিবলৈ একোজন অধ্যাপক নিয়োগ।

(খ) বহুমুখী উচ্চ মাধ্যমিক শিক্ষাৰ কাৰণে যি যি সূচী প্ৰস্তুত কৰা হৈছে সেইবোৰ অনুযায়ী পুথি ৰচনা কৰিবলৈ একোজন অধ্যাপক নিয়োগ।



মুকলি অধিবেশনৰ বিশিষ্ট অতিথি অসমৰ ৰাজ্যপাল শ্ৰীবিষ্ণু সহায়ক মঞ্চলৈ আদৰি আনিছে। ওচৰতে ডঃ মহেশ্বৰ নেওগ।

এই আঁচনি অনুসৰি সকলো কাম কৰিবলৈ আমাৰ উপযুক্ত লোক আছে। সেই ঘাই অনুষ্ঠান, পৰিভাষা সমিতি আৰু উপ-ৰোক্ত লোক আছে। সেই ঘাই অনুষ্ঠান, পৰিভাষা সমিতি আৰু উপৰোক্ত শুধ সাহিত্য আৰু শুধ বিজ্ঞানৰ গ্ৰন্থবোৰৰ তালিকা প্ৰস্তুত কৰিবলৈ আমাৰ কৃতবিদ্য লোকৰ অভাৱ নাই। সেই তালিকাভুক্ত পুথিবোৰ অনুবাদ কৰিবলৈ উপৰোক্ত বিষয়বোৰৰ প্ৰত্যেকৰে অধ্যাপক আছে। তেখেতসকলক নিযুক্ত কৰিলে আমি পাঁচ বছৰৰ ভিতৰত বিশ্ববিদ্যালয়ৰ সকলো পাঠ্যপুথি আৰু আনুষঙ্গিক পুথিবোৰ পাম। বৰ্ত্তমান গুৱাহাটীৰ অসম বিজ্ঞান সমিতিৰ দ্বাৰা প্ৰকাশিত "অসমীয়া বৈজ্ঞানিক পৰিভাষা" আৰু আলোচনী "বিজ্ঞান জেউতিয়ে" আমাৰ অধ্যাপকসকলক বিজ্ঞানৰ পুথি লিখিবলৈ বিশেষ উদগণি দিব।

কেন্দ্ৰীয় চৰকাৰে এই পাঠ্যপুথি ৰচিবলৈ আৰু আনুষঙ্গিক গ্ৰন্থবোৰ অনুবাদ কৰিবলৈ ভাৰতৰ ৰাজ্যবোৰক লক্ষ লক্ষ টকা দিয়া হব বুলি ঘোষণা কৰিছে। অসম সাহিত্য সভাই আমাৰ বিশ্ববিদ্যালয় দুখনক এই মহৎ কাম কৰিবলৈ সততে সহায় কৰিব লাগিব। সেই পাঠ্যপুথিবোৰৰ ভাষা যাতে শুধ নিভাঁজ অসমীয়া হয় তাৰ কাৰণে বিশ্ববিদ্যালয়দ্বয়ে সাহিত্য সভাৰ সহায় লব লাগিব।

## ৰাষ্ট্ৰভাষা

আমাৰ শিক্ষাৰ মাধ্যমৰ লগত সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰভাষাৰ সদায় সম্পৰ্ক থাকিব। ভাৰত সংবিধানত হিন্দীক সৰ্ব্বভাৰতীয় ভাষা কৰা হৈছে। হিন্দী এটা প্ৰাদেশিক ভাষা অৰ্থাৎ ভাৰতৰ এখণ্ডত মাথোন প্ৰচলিত। এই প্ৰাদেশিক ভাষাটোক সৰ্ব্বভাৰতীয় ভাষা কৰিলে আনবোৰ ভাষাৰ অশেষ ক্ষতি হব। সেইকাৰণে অনেক খ্যাতিমন্ত ভাৰতীয় নেতাই আজি ডেৰশ বছৰ প্ৰচলিত

ইংৰাজী ভাষাকেই সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰভাষা স্বৰূপে গ্ৰহণ কৰি সংবিধানৰ সংশোধন কৰিব লাগে বুলি মত প্ৰকাশ কৰিছে। সংবিধানত ৰাষ্ট্ৰভাষা সম্পৰ্কে এই মৰ্ম্মে নিয়ম কৰা হৈছে- যিটো ভাষা ইউনিয়নৰ ভাষা হব; সেইটোৰে এখন ষ্টেটে আন এখনৰ লগত সংযোগ ৰাখি কথাবাৰ্ত্তা পাতিব আৰু ষ্টেটবোৰৰ লগত ইউনিয়নে সংযোগ ৰাখি কথাবাৰ্ত্তা পাতিব। এয়ে ইউনিয়নৰ ভাষাৰ কাম। অতদিন এই কাম ইংৰাজীয়ে সুকলমে সমাধান কৰিছে। ইংৰাজী কোনো ষ্টেটৰ ভাষা নহয়। ইয়াক গ্ৰহণ কৰিলে কোনো ষ্টেটে অসুবিধা নাপায়; যদিহে ইয়াৰ পৰা অসুবিধা হয় তেনেহলে এটাইবোৰ ষ্টেটৰে সমানে অসুবিধা হব। ইংৰাজী অৱশ্যে আমাক শাসন কৰা ইংৰাজ জাতিৰ ভাষা। সেইকাৰণে ইয়াক বৰ্জ্জন কৰিব লাগে এই কথা আমি নামানো। এতিয়া ভাৰত স্বাধীন হৈছে। এই আন্তৰ্জ্জাতিক অতিশয় চহকী ভাষা ইংৰাজীয়ে ভাৰতৰ স্বাধীনতা হৰণ নকৰে বৰঞ্চ ই স্বাধীনতা সদায় ৰক্ষা কৰি ভাৰতৰ গৌৰৱ জগতত বিস্তাৰ কৰিব। আজি ভাৰতীয় কুৰি বছৰীয়া ডেকাদলে ইংৰাজৰ ৰাজত্বত পৰাধীন ভাৰতৰ অৱস্থা কেনে আছিল তাক নিজ চকুৰে দেখা নাই। এই দল ক্ৰমাৎ বাঢ়িব লাগিছে। পৰাধীন ভাৰতৰ চিত্ৰ ক্ৰমাৎ অস্পষ্ট হৈ তেনেই মাৰ যাব।

যদিহে ইংৰাজীৰ সলনি আন এটা ভাৰতীয় ভাষা ৰাষ্ট্ৰভাষা স্বৰূপে গ্ৰহণ কৰাটো উচিত বুলি সকলোৱে ভাবে; তেনেহলে কোনো ৰাজ্যতে প্ৰচলিত নোহোৱা ভাৰতীয় ভাষা এটাক সেই মৰ্য্যাদা দিব লাগিব। সৌভাগ্যক্ৰমে আমাৰ তেনেকুৱা এটা কোনো ৰাজ্যতে বৰ্ত্তমান প্ৰচলিত নোহোৱা অতিশয় চহকী ভাষা আছে। সেয়ে সংস্কৃত। সংস্কৃত অৱশ্যে কথিত ভাষা নহয়। কথিত ভাষা নহলেও যে এটা ভাষা ৰাষ্ট্ৰভাষা কৰিব পাৰি তাৰ দৃষ্টান্ত বৰ্ত্তমান ইহুদিয়ে দেখুৱাইছে। ইজৰাইল ৰাজ্যত পৃথিবীৰ নানা দেশৰ ভিন ভিন ভাষা কোৱা ইহুদি আহি গোট খাই তাহানিৰ মৃত



ভাষা হিব্ৰুক ৰাষ্ট্ৰভাষা কৰি ৰাষ্ট্ৰীয় সকলো কাৰ্য্য সম্পাদন কৰিছে। সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰভাষা হবলৈ যি যি গুণ লাগে সকলো সংস্কৃতৰ আছে। ভাৰতৰ লগত সংস্কৃত এনেভাবে সংযুক্ত যে য'তে ভাৰত ত'তে সংস্কৃত আৰু য'তে সংস্কৃত ত'তে ভাৰত। সংস্কৃতৰ দাপোণত সকলোৱে ভাৰত মাতৃৰ দিব্য মূৰ্ত্তি অহৰহ দেখিব। ভাৰতৰ সৰহভাগ ভাষাৰ জননী সংস্কৃতত নিজৰ জীয়ৰীসকলক চিৰকাল সাৱটি ধৰিব। ভাৰতৰ কোনো কথিত ভাষাক ৰাষ্টভাষা কৰিলে ভাৰতত বিভ্ৰাট বা ভগন হব।

চৰকাৰী ৰাষ্ট্ৰভাষা সম্পৰ্কে যি আইন বা বিধি বৰ্ত্তমান বিৰচিত হৈছে সেয়ে গোটেই ভাৰতক প্ৰৱল ভূমিকম্পৰ নিচিনাকৈ জোকাৰি দিছে। এই জোকাৰণিত হিন্দীৰাজ্য আৰু অহিন্দী ৰাজ্যৰ মাজত এটা ডাঙৰ ফাট মেলিছে। এই ফাট হিমালয়ৰ পৰা কুমাৰিকা অন্তৰীপলৈ বিস্তৃত হৈ পৰিছে। এই ফাট কোনে কৰিলে ? এই ফাট কোনোবাই বিচাৰিছেনে ? এই ফাট এসময়ত মাৰ যাবনে ? এই ফাট চিৰস্থায়ী হৈ ভাৰতক দ্বিখণ্ড কৰিবনে ? ইত্যাদি প্ৰশ্নবোৰৰ উত্তৰ দি আমি আলোচনা কৰিব নোখোজোঁ। এই ফাটে যাতে অসমীয়া ভাষা আৰু সাহিত্যৰ মৰ্য্যাদা হানি নকৰে তাৰ কাৰণে আনবিলাক অহিন্দী ৰাজ্যৰ লগত লগ লাগি 'এক পন্থা' অৱলম্বন কৰিব লাগিব।

## প্ৰচাৰ

অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম কৰিলে ভাষাৰ মৰ্য্যাদা বাঢ়িব সঁচা; কিন্তু এয়ে ভাষাৰ কলেৱৰ বঢ়াব নোৱাৰিব। ভাষাৰ এজোপা বৃহৎ গছ কৰিব লাগিব। ইয়াৰ ঠাল ঠেঙুলিয়ে যাতে গোটেই দেশ বিয়পি পৰে তাৰ চেষ্টা দিনে-নিশায় কৰিব লাগিব। আমাৰ দেশৰ চাৰি সীমাৰ ভিতৰত ইয়াক আৱদ্ধ কৰি ৰাখিলে নহব, ই যাতে সীমা অতিক্ৰম কৰি আনবোৰ ঠাইলৈ বিয়পে তাৰ

যত্ন কৰিব লাগিব। ভাষাৰ বল বৃদ্ধি কৰিবলৈ প্ৰচাৰৰ বাহিৰে আন উপায় নাই। গোটেই জগতত প্ৰচাৰ কৰিয়েই ইংৰাজী ভাষাক আন্তৰ্জাতিক ভাষা কৰা হৈছে। গোটেই ভাৰতত প্ৰচাৰ কৰিয়েই হিন্দীক সৰ্ব্বভাৰতীয় ভাষা কৰিবলৈ হিন্দী ভাষা-ভাষী লোকে দেহে-কেহে চেষ্টা কৰিব লাগিছে। সেইদৰে ভাৰতৰ আনবিলাক জাতিয়েও নিজৰ ভাষা নিজৰ ৰাজ্যৰ সীমাৰ ভিতৰত আৱদ্ধ নাৰাখি আনবিলাক ঠাইত প্ৰচাৰ কৰিবলৈ সদায় যত্ন কৰিব লাগিছে। আমিও প্ৰচাৰ কৰি আমাৰ ভাষাৰ বলবৃদ্ধি কৰিব লাগিব। আমাৰ দেশৰ সীমান্তত পৰ্ব্বতীয়া ঠাইবোৰ আছে। সেইবোৰত আমাৰ ভাষা প্ৰচাৰ কৰিব লাগিব। আমি আইন কৰি সিবিলাক ঠাইত কেতিয়াও আমাৰ ভাষা জাপি দিয়া নাই। আগলৈও নিদিওঁ। আইন কৰি ভাষা এটা জাপি দিয়া আৰু আইন নকাৰ নানা উপায় অৱলম্বন কৰি ভাষা প্ৰচাৰ কৰা—দুটা বেলেগ বস্তু। আমি সেইবোৰ ঠাইত আমাৰ ভাষা প্ৰচাৰ কৰিম। ইয়াত কোনোৱে আমাক বাধা দিব নোৱাৰে। এইটো কৰা আমাৰ জাতীয় কৰ্ত্তব্য। অসম সাহিত্য সভাই সেইবোৰ ঠাইত কেনেকৈ আমাৰ ভাষা প্ৰচাৰ কৰিব পাৰি তাৰ এটা আঁচনি অচিৰে প্ৰস্তুত কৰিব লাগিব। আমি অসমীয়া প্ৰচাৰ কৰিবলৈ সাজু হব লাগিব। আমি নগা ৰাজ্যত প্ৰচাৰ কৰিম, আমি খাচীয়া-জয়ন্তীয়াত প্ৰচাৰ কৰিম, আমি গাৰো পৰ্ব্বতত প্ৰচাৰ কাৰম, আমি মিকিৰ পৰ্ব্বতত প্ৰচাৰ কৰিম, আমি মিজোসকলৰ মাজত প্ৰচাৰ কৰিম। ইয়াতেই আমাৰ প্ৰচাৰ কাৰ্য্যৰ অন্ত নপৰে। আমাৰ প্ৰাচীন কামৰূপৰ অঙ্গ কোচবিহাৰতো প্ৰচাৰ কৰিম। বঙ্গভাষা আৰু হিন্দী ভাষা অসমৰ য'তে ত'তে অবাধে প্ৰচাৰ কৰিব পাৰিবা ; কিন্তু অসমীয়া ভাষা নোৱাৰিবা—এনে কথা কেতিয়াও হবলৈ নিদিওঁ।

প্ৰচাৰ কৰিবলৈ আমাৰ সাহিত্য আছেনে ? আছে। বৰ্ত্তমান বহুত কবিতাৰ পুথি, সাধুকথাৰ পুথি, চুটি চুটি গল্প বা আখ্যানৰ



পুথি, উপন্যাস, নাটক আদি বিবিধ পুথি ওলাবলৈ ধৰিছে। কেইবাখন বাতৰি কাকত আৰু আলোচনীও ওলাইছে। এইবিলাক বিতৰণ কৰি আমি প্ৰচাৰকাৰ্য্য আৰম্ভ কৰিব পাৰোঁ। এইবিলাক পুথিৰ গুণাগুণ সম্পৰ্কে আমি কোনো কথা আলোচনা কৰিব নোখোজোঁ। বৰ্ত্তমান আমাক লাগে এটা পঢ়ুৱৈ বা পাঠকৰ সমাজ। য'তে য'তে সাহিত্যই গা কৰিছে ত'তে ত'তে এটা বৃহৎ পঢ়ুৱৈ সমাজ আছে। এই সমাজ সৃষ্টি কৰিবলৈ অসংখ্য পুথি-পাঁজি লাগে। বেয়াই হওক ভালেই হওক আমাক লাগে শ শ পুথি। পুথিৰ সংখ্যা বঢ়াটোৱেই আমাৰ আদি কাম। আমাৰ পুথিৰ সংখ্যা আন আন চহকী ভাষাৰ তুলনাত অতিশয় তাকৰ। আমাৰ লিখকসকলে নানা বিধ পুথি লিখি পাঠকৰ সংখ্যা বঢ়াব লাগিব। পাঠকৰ বহুশ্ৰেণী। এক শ্ৰেণী পাঠকে যিবোৰ পুথি ভাল পাই আগ্ৰহৰে পঢ়ে আন শ্ৰেণীৰ পাঠকে সেইবোৰ পুথি নপঢ়ে। বিদ্যা শিক্ষা অনুযায়ী পাঠকৰ শ্ৰেণীৰ উদ্ভৱ হয়। কোনোৱে প্ৰকৃতিৰ বৰ্ণনামূলক কবিতাবোৰ পঢ়ি ৰস পায়, কোনোৱে সৃষ্টি তত্ত্বৰ গহীন কবিতা পঢ়ি ৰস পায়। কোনোৱে পুৰণি চন্দত লিখা কবিতা ভাল পায়, কোনোৱে আজি-কালিৰ ন ন ছন্দত লিখা আধুনিক কবিতা ভাল পায়। কোনোৱে ঐতিহাসিক উপন্যাস পঢ়ি আনন্দ পায়। কোনোৱে সামাজিক উপন্যাস পঢ়ি সোৱাদ পায়। কোনোৱে ধেমেলীয়া নাটক পঢ়ি ৰং পায়, কোনোৱে ধৰ্ম্ম বিপ্লৱ বা ৰাষ্ট্ৰ বিপ্লৱৰ গহীন কথা থকা নাটক পঢ়ি ৰস পায়। কোনোৱে অসমীয়া সমাজৰ কথা লৈ লিখা চুটি চুটি গল্পবোৰ পঢ়ি ভাল পায়, কোনোৱে ইংৰাজী বা ফৰাচী বা ৰাচিয়া গল্পৰ ছাঁত লিখা চুটি চুটি গল্প ভাল পায়। এইদৰে পাঠকৰ অসংখ্য শ্ৰেণী আছে। এই পাঠকবৰ্গৰ মন যোগাবলৈ বিবিধ কাব্য, উপন্যাস, নাটক, চুটি গল্প আৰু সাধুকথা লিখিব লাগিব। এই এটাইবিলাক কিতাপ যে উচ্চ খাপৰ হব লাগিব, এনে নহয়; কিছুমান বেয়া কিতাপো ওলাব। যিবোৰ কিতাপ আমি তেনেই সাধাৰণ নিকৃষ্ট

বুজি দলিয়াই পেলাওঁ সেইবোৰৰ যে মূল্য নাই এনে নহয়। সেইবোৰে পঢ়ুৱৈ সমাজ গঢ়াত বিশেষ সহায় কৰে। ইংৰাজীত আমি তেনেকুৱা হাজাৰ হাজাৰ নিকৃষ্ট উপন্যাস আৰু চুটি গল্পৰ পুথি দেখিছোঁ। বঙ্গ ভাষাবো তেনেকুৱা সাধাৰণ পুথিৰ সংখ্যা কম নহয়।

আমাৰ ভাষাতো তেনেকুৱা গহীন আৰু লঘু সাহিত্য সৃষ্টি কৰি এটা ডাঙৰ পাঠক সমাজ গঢ়িব লাগিব। এই সাহিত্য এতিয়া সমালোচনা নকৰাই ভাল। সমালোচনাৰ সময় আছে। বৰ্ত্তমান যিবিলাক পুথি ৰাইজৰ হাতত পৰিছে সেইবোৰৰ সংখ্যা বাঢ়িবলৈ দিব লাগে। যেতিয়া আন আন চহকী ভাষাৰ নিচিনা অলেখ পুথি নিতৌ ওলাব তেতিয়া সমালোচকে আগবাঢ়ি আহি কোনখন ভাল, কোনখন বেয়া, কোনখনে সমাজৰ উপকাৰ কৰিছে, কোনখনে সমাজৰ অপকাৰ কৰিছে ইত্যাদি নানা কথাৰ আলোচনা কৰি এটা সমালোচনা-সাহিত্য সৃষ্টি কৰিব।

জগতৰ সকলো দেশৰে গ্ৰন্থকাৰ দুখীয়া। তেওঁলোকে চিন্তা কৰি, শ্ৰম কৰি গ্ৰন্থ লিখি প্ৰকাশকৰ ওচৰ চাপে। অসমতো সৰহভাগ গ্ৰন্থকাৰে প্ৰকাশকৰ ওচৰ চাপিছে। আন আন দেশত যেনেকৈ এটা প্ৰকাশকৰ শ্ৰেণী ওলাই গ্ৰন্থবোৰ প্ৰকাশ কৰিছে, অসমতো তেনেকৈ এটা প্ৰকাশকৰ শ্ৰেণী ওলাইছে। তেখেতসকলে যে এই কুৰি বছৰে অসংখ্য পুথি ছপাই অসমীয়া সাহিত্যৰ উদগতি সাধন কৰিছে তাক আমি মুক্তকণ্ঠে স্বীকাৰ কৰোঁ। এই প্ৰকাশকৰ কিছুমানে কিতাপ ছপাই কিতাপৰ দোকান পাতি অশেষ ধন আৰ্জিছে। তেখেতসকলক আমি দুটা কথা কব খোজোঁ।— প্ৰথম, যিবোৰ পুথিয়ে আমাৰ সাহিত্য গহীন কৰে আৰু ইয়াৰ জেউতি বঢ়ায় সেইবোৰ পুথি ছপা কৰি তেখেতসকলে যথেষ্ট ধন নাপাব পাৰে। কাৰণ সেইবোৰ পুথি পঢ়োতাৰ সংখ্যা তেনেই সীমাবদ্ধ অথচ সেইবোৰ ছপোৱাটো নিতান্ত প্ৰয়োজনীয়। সেই



কাৰণে অশেষ ক্ষতি স্বীকাৰ কৰিও সেইবোৰ পুথি ছপাব লাগে। দ্বিতীয়, প্ৰত্যেক প্ৰকাশকে যেন প্ৰচাৰৰ অৰ্থে বিনামূল্যে ঠায়ে ঠায়ে মানুহৰ মাজত বিলাবলৈ কিছুমান পুথি অসম সাহিত্য সভাক দান কৰে।

বৰ্ত্তমান অসমৰ ঠায়ে ঠায়ে বহুত কলেজ পতা হৈছে, তাৰ উপৰি দুখন বিশ্ববিদ্যালয় স্থাপিত হৈছে। এইবোৰ দেশত শিক্ষা বিস্তাৰ কৰি এটা পাঠক সমাজ গঢ়িছে। এওঁলোকে আধুনিক সাহিত্যৰ ৰস নাপায়। এওঁলোকক লাগে বহল গহীন সাহিত্য। এওঁলোকে আমাৰ সাহিত্যৰ জলঙাইদি গোটেই জগত চাব খুজিছে। এওঁলোকে মানৱ সভ্যতা ক'ত ক'ত আৰু কেনেকৈ প্ৰস্ফুটিত হৈছে তাক মানস চকুৰে বিশ্লেষণ কৰি চাব খুজিছে। এওঁলোকৰ নিতৌ বাঢ়ি অহা জ্ঞান-তৃষ্ণা নিবাৰণ কৰিবলৈ আমাৰ সাহিত্যিকে নানা শাস্ত্ৰ, নানা গ্ৰন্থ অধ্যয়ন কৰি আৰু গবেষণা কৰি পুথি প্ৰণয়ন কৰিব লাগিব। অধ্যয়ন কৰা আৰু গবেষণা কৰা অতিশয় টান কাম। সৌভাগ্যক্ৰমে অসমৰ নগৰে নগৰে একোটা পুথি ভৰাল স্থাপন কৰা হৈছে আৰু কিছুমান কলেজত বিজ্ঞানাগাৰ পতা হৈছে। আজি-কালি পুথি ভৰাল আৰু বিজ্ঞানাগাৰেই জগতত থাই জ্ঞানৰ কেন্দ্ৰ হৈছে। আমাৰ লিখকে সেই কেন্দ্ৰত অধ্যয়ন আৰু গবেষণাৰে জ্ঞান আহৰণ কৰি ন ন গ্ৰন্থ ৰচনা কৰিব লাগিব। কাব্য, উপন্যাস, নাটক আদি সাহিত্য ৰচনাতো অধ্যয়ন আৰু গবেষণা লাগিব। কবীন্দ্ৰ ৰবীন্দ্ৰ নাথে সংস্কৃত আৰু ইংৰাজী কাব্য পঢ়ি, ভাৰতীয় আৰু ইউৰোপীয় দৰ্শন শাস্ত্ৰ অধ্যয়ন কৰি আৰু বঙ্গৰ পূৰ্ব্ব কবিসকলৰ কাব্য পঢ়ি চিন্তা কৰি, গবেষণা কৰি নিজৰ স্বভাৱজাত অসাধাৰণ কবিত্ব শক্তি প্ৰয়োগ কৰি কাব্য আৰু গীত ৰচনা কৰি যুগবাণী প্ৰচাৰ কৰিছে। আমাৰ কবিসকলৰ কবিত্ব আছে, নাই অধ্যয়ন আৰু গবেষণা। আমাৰ লিখক বৰ্গই আন আন উন্নত দেশৰ নিচিনা অধ্যয়ন আৰু গবেষণাৰে

জ্ঞানৰ ভৰালৰ অধিকাৰী হৈ ন ন উপন্যাস, নাটক, আখ্যান আদি শুধ সাহিত্যৰ পুথি প্ৰণয়ন কৰিব লাগিব। যিবোৰ সমস্যাই আধুনিক মানৱ সমাজক বিমোঢ় কৰিছে সেইবোৰ উপন্যাস আৰু নাটকত ঠাই পালেহে সেই উপন্যাস আৰু নাটকে জগতৰ মন আকৰ্ষণ কৰিব। আজি-কালি আন আন উন্নত ভাষাৰ পুথিৰ কথাৰ লগত তুলনা কৰি পুথি ৰচনা কৰিব লাগিব। আমাৰ ভাষাত তুলনামূলক সাহিত্যৰ সংখ্যা নিচেই তাকৰ। আমাৰ প্ৰকাশকসকলে এই কথালৈ বিশেষকৈ মন কৰি সেই গবেষণা-মূলক আৰু তুলনামূলক গ্ৰন্থ ছপাবলৈ সাজু হব লাগিব।

## চৰকাৰী ভাষা

আমাৰ ভাষাক কিদৰে চৰকাৰী ভাষা কৰিবলৈ আইন প্ৰণয়ন কৰা হৈছে তাৰ সবিশেষ বিৱৰণ আটায়ে জানে। অসম সাহিত্য সভাই আজি বহুত বছৰ ধৰি আমাৰ ভাষাক চৰকাৰী ভাষাৰ মৰ্য্যাদা দি ক্ষমতাৰন্ত কৰিবলৈ চেষ্টা কৰিছিল। এই সভাই সঘনে অসম চৰকাৰৰ ওচৰ চাপি অসমীয়া ৰাইজৰ দাবি সোঁৰৰাই দিছিল। অসম চৰকাৰে যে নিজে এই কথা ভাব চিন্তি আগবঢ়ুৱা হৈ এই ভাষা আইন কৰা নাছিল তাক সিবি-লাকেও স্বীকাৰ কৰিব লাগিব। যদি অসম সাহিত্য সভাই এই বিষয়ে কোনো আন্দোলন নকৰিলেহেঁতেন তেনেহলে আজিও সেই ভাষা আইন নহলহেঁতেন। অসম চৰকাৰ তেতিয়া ভাৰতৰ এটা ডাঙৰ ৰাজনৈতিক দলৰ অধীন আছিল। আজিও সেই দলৰেই অধীন হৈ আছে। অসম সাহিত্য সভাৰ খোঁচনিত সেই দলে তৰণি নাপাই এই ভাষা আইন কৰিলে। আজিও এই আইন গোটেই দেশত ভালকৈ প্ৰবৰ্ত্তন হোৱা নাই। আমাৰ এনেকুৱা অৱস্থা হল কিয়? ইয়াৰ কাৰণে দায়ী কোন?

ফেডেৰেল ভিত্তিত অসমক পুনৰ গঠন কৰিবলৈ কেন্দ্ৰীয় চৰকাৰে যেতিয়া প্ৰস্তাৱ কৰিছিল তেতিয়া সেই প্ৰস্তাৱৰ বিৰোধিতা কৰিবলৈ কোনে প্ৰথমতে আন্দোলন কৰিলে? অসম চৰকাৰে কৰা নাই। কোনো ৰাজনৈতিক দলে কৰা নাই। কৰিলে অসম সাহিত্য সভাই। এই সভাই কঁকালত টঙালি বান্ধি ৰাইজৰ আগলৈ ওলাই আহিল। এই প্ৰস্তাৱেই আমাৰ সৰ্ব্বনাশৰ মূল, হব— এই কথা সভাই নগৰে নগৰে, গাৱেঁ গাৱেঁ, চুবুৰিয়ে চুবুৰিয়ে ৰাইজক জনাবলৈ ধৰিলে। অসম সাহিত্য সভাই অসম চৰকাৰ আৰু আন আন ৰাজনৈতিক দলৰ ওচৰ চাপি ক'লে— উঠা তোমালোক, উঠা উঠা উঠা। প্ৰস্তাৱৰ মূল কথাটোৰ প্ৰতিবাদ কৰা। শুই থাকিবৰ সময় নহয়। কোনো নুঠিল। তেতিয়া এই সভাই কোনো উপায় নেপাই নিজেই দেশৰ ইমূৰৰ পৰা সিমূৰলৈ গৈ আন্দোলন কৰি দেশ খলক লগালে। যেতিয়া আন্দোলনত ৰাইজ সচেতন হল তেতিয়াহে চৰকাৰ আৰু ৰাজ-নৈতিক দলবোৰ আগুৱাই আহিল। যদি অসম সাহিত্য সভাই এই আন্দোলন নকৰিলেহেঁতেন তেনেহলে কেন্দ্ৰীয় চৰকাৰৰ প্ৰস্তাৱ অনুযায়ী "ফেডেৰেল অসম" কেতিয়াবাই হলহেঁতেন। আমাৰ এনেকুৱা অৱস্থা হল কিয়? ইয়াৰ কাৰণে দায়ী কোন?

দায়ী আমাৰ ৰাজনীতি। বৰ্ত্তমান আমাৰ ৰাজনীতি কেৰোণে ধৰিছে। যিদিনাৰে পৰা ভাৰতে স্বাধীনতা পালে সেই দিনৰে পৰা ভাৰতীয়ই ৰাজনৈতিক ক্ষমতা লাভ কৰি দেশৰ শাসন কাৰ্য্য চলাবলৈ ধৰিছে। ভাৰতীয়ই অতদিন তেনে ক্ষমতা পোৱা নাছিল। আজি বহুত লোকে সেই ক্ষমতাৰ পৰা মান-মৰ্য্যাদা আৰু ধন-ঐশ্বৰ্য্য লাভ কৰি নিজ দলৰ ক্ষমতা কেনেকৈ নিজৰ হাতৰ তলুৱাত চিৰকাল ৰাখিব পাৰি তাৰ কাৰণে সকলো উপায় অৱ-লম্বন কৰিছে। ক্ষমতাৰ ৰাগী অদ্ভুত। এই ৰাগীয়ে এবাৰ পালে মানুহৰ হিতাহিত জ্ঞান নাইকিয়া হয়। ক্ষমতাৰ লোভত পৰি অনেক নকৰিবলগীয়া কাম কৰি ৰাজনীতি মলিয়ন কৰিছে।

কোনো কোনোৱে এনেকুৱা ক্ষমতাৰ পৰা ধন-ঐশ্বৰ্য্য লাভ কৰিছে। এয়ে ধন লোভ দিনক দিনে বঢ়াই মানুহক মতলীয়া কৰিছে। এই ক্ষমতা লোভ আৰু ধন লোভে আমাৰ ৰাজনীতি পাপময় কৰিছে। দুৰ্নীতিৰ ঘন কুঁৱলীয়ে গোটেই দেশ আবৰি ধৰিছে। এই ৰাজনীতিক পাপমুক্ত কৰা যায় কেনেকৈ? কোনে এই কলুষিত ৰাজনীতিক শুচি কৰি পবিত্ৰ কৰিব পাৰিব? চৰকাৰে উগ্ৰ শাস্তিৰ বিধান কৰি ৰাজনীতিক কেতিয়াও নিষ্পাপ কৰিব নোৱাৰিব। ৰাজনৈতিক দলবোৰে কোনো উপায়েৰে ৰাজনীতিক নিৰ্ম্মল কৰিব নোৱাৰিব। পাৰিব কোনে? কেৱল সাহিত্যই। সাহিত্যৰ গৰ্ভত অসীম শক্তি লুকাই আছে। ইয়াৰে কৰিব নোৱাৰা কাম জগতত নাই। এটা জাতিৰ ভাগ্যৰ চকৰি সাহিত্যই ঘূৰাব লাগিছে। পৃথিবীত আজিলৈকে যিবিলাক ধৰ্ম্ম বিপ্লৱ, সমাজ বিপ্লৱ, ৰাষ্ট্ৰ বিপ্লৱ হৈছে সকলোৰে গুৰিত সাহিত্যই। সাহিত্যয়ো কব পাৰে—জগতৰ মানৱৰ কল্যাণৰ অৰ্থে মই কেতিয়াবা ধৰ্ম্ম-শাস্ত্ৰ ৰূপ ধৰি, কেতিয়াবা সমাজ নীতিশাস্ত্ৰ ৰূপ ধৰি; কেতিয়াবা ৰাজনীতি শাস্ত্ৰ ৰূপ ধৰি "সম্ভৱামি যুগে যুগে।"

এই মহাশক্তিময় সাহিত্যৰ চৰণত আমি শৰণ লব লাগিব। যেতিয়া সাহিত্যৰ প্ৰভাৱত ৰাজনীতিয়ে পাপ-ডাৱৰ কাটি নিজৰ জেউতিৰে দেশ পোহৰাব তেতিয়া আমাৰ বিজ্ঞ ৰাজনীতিজ্ঞ পুৰুষ-সকলে আগুৱাই আহি সেই ৰাজদণ্ড হাতত লৈ আমাৰ ভাষাৰে দেশৰ সকলো অনুষ্ঠানৰ কাৰ্য্য চলাই অসমীয়া ভাষাক অসম দেশৰ মূল শক্তি কৰিব।

## সামৰণি

সাহিত্যিকসকল! যিবোৰ পুথি অধ্যয়ন কৰি অসমৰ মানুহে বৈজ্ঞানিক প্ৰণালীৰে মাহ, সৰিয়হ, ধান, কুঁহিয়াৰ, পাট আদি নানা বিধ শস্য উৎপন্ন কৰি দেশক 'শস্যে মৎস্যে অনুপম' কৰিব পাৰে



সেইবোৰ ৰচনা কৰক। যিবোৰ শাস্ত্ৰ পঢ়ি কাগজৰ কল, চাউলৰ কল, তেলৰ কল, চেনিৰ কল, মৰাপাটৰ কল, চাহৰ কল, কাপোৰৰ কল আদি সকলো বিধৰ কল-কাৰখানাৰ সঁজুলি নিৰ্ম্মাণ কৰি ঠায়ে ঠায়ে স্থাপন কৰিব পাৰে, সেইবোৰ প্ৰণয়ন কৰক। যিবোৰ শাস্ত্ৰ পঢ়ি আমাৰ মানুহে ৰেল-জাহাজ, মটৰ, বিমান আদি যান-বাহন তৈয়াৰ কৰি আন উন্নত দেশৰ নিচিনা বেহা-বেপাৰ কৰিব পাৰে, সেইবোৰ লিখক। যিবোৰ পুথি-পাঁজি পঢ়ি আমাৰ মানুহে সকলো বিধৰ শিল্প কাৰ্য্য কৰিবলৈ সমৰ্থ হয়, সেইবোৰ লিখক। যিবোৰ শাস্ত্ৰ পঢ়ি আমাৰ মানুহে আধুনিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক জ্ঞান লভিব পাৰে সেইবোৰ ৰচনা কৰক। যিবোৰ গ্ৰন্থ পঢ়ি মানুহে সকলো বিজ্ঞানৰ তত্ত্ব পাব পাৰে, সেইবোৰ লিখক। যিবোৰ পুথি পঢ়ি জগতৰ পুৰণি আৰু ন ন ৰাজ্যৰ বুৰঞ্জী জানিব পাৰে সেইবোৰ ৰচনা কৰক। যিবোৰ পুথি পঢ়ি পৃথিবীৰ প্ৰসিদ্ধ কবি, ঔপন্যাসিক, নাট্যকাৰ, বৈজ্ঞানিক পণ্ডিতৰ বিষয়ে সকলো কথা অৱগত হব পাৰে সেইবোৰ লিখক। যিবোৰ পুথি পঢ়ি আমাৰ পুৰণি গীত, নাম, নৃত্য, বাদ্যৰ মৌলিক তত্ত্ববোৰ জানিব পাৰে সেইবোৰ ৰচনা কৰক। যিবোৰ গ্ৰন্থ পঢ়ি আমাৰ গভীৰ চিন্তা কৰা মৌলিক তত্ত্ববোৰ মানুহে জানিব পাৰে সেইবোৰ লিখক। ইয়াৰ উপৰিও আমাৰ কবিবৃন্দই ন ন কাব্য লিখি ন ন গীত ৰচনা কৰি গোটেই অসম ধ্বনিত কৰক।

আজিও আগৰে নিচিনা ভাৰতৰ আন আন ঠাইৰ পৰা অসংখ্য লোক আহি আমাৰ কৃষি বাণিজ্য ব্যৱসায় শিল্প হাতত কৰি গোটেই দেশ হাতৰ মুঠিলৈ আনিছে। গোটেই জীৱন কাল ধৰি এই কৰুণ দৃশ্য দেখি আহিছোঁ। তাতে আকৌ পাকিস্তানৰ পৰা খেদি দিয়া মানুহ নিতৌ লেথাৰি নিছিগাকৈ আহিব লাগিছে। যিপিনে চোৱা সেইপিনে অসমীয়া নাই। অসমীয়া মাত-কথা ক্ৰমে ক্ৰমে শুনিবলৈ নোপোৱা হৈছে। ইয়াতেই আমাৰ দুৰ্দশাৰ অন্ত

পৰা নাই। চিৰকাল অসমীয়া ভাষা কোৱা কিছুমান মানুহেও আমাৰ প্ৰাচীন দেশখন খণ্ড-বিখণ্ড কৰিবলৈ আন্দোলন কৰিব লাগিছে। কোনে অসমীয়া ভাষাক ৰক্ষা কৰিব? কোনে অসমীয়া জাতিক ৰক্ষা কৰিব? কোনে অসম দেশখনক ৰক্ষা কৰিব? আজি কেউপিনৰে পৰা মানুহে অসমক আক্ৰমণ কৰিছে। বাহিৰৰ পৰা কৰিছে। ভিতৰৰ পৰাও কৰিছে। মহাভাৰতত অভিমন্যুক সপ্তৰথীয়ে বেৰি আক্ৰমণ কৰাৰ দৰে আজি আমাক চাৰিওপিনৰ পৰা আক্ৰমণ কৰিছে। আমাৰ নিজৰ অস্তিত্বৰ অৰ্থে দিনে-নিশায় অবিৰাম যুঁজিব লাগিছেঁ। আমাৰ কেউপিনে সংগ্ৰাম। পূবে সংগ্ৰাম, পশ্চিমে সংগ্ৰাম, উত্তৰে সংগ্ৰাম। এই সংগ্ৰামত কোনে যুদ্ধ কৰি আমাক উদ্ধাৰ কৰিব? এই সংগ্ৰাম নতুন নহয়। এশ বছৰ আগেয়ে ইংৰাজে অসম দেশ অধিকাৰ কৰাত আমাৰ মানুহে এনেকুৱা এটা সংগ্ৰামত যুঁজি নিজৰ ভাষাক উদ্ধাৰ কৰিব লগাত পৰিছিল। সেই সংগ্ৰামত কোনে যুঁজিলে? কেৱল সাহিত্যিকে। অৰুণোদয় আৰু জোনাকীযুগৰ সাহিত্যিকসকলে সেই সংগ্ৰামত নুযুঁজাহেঁতেন আমাৰ ভাষা কোনোবা দিনাই মৰি গলহেঁতেন। অসমীয়া জাতি বুলি এটা জাতি জগতত নাথাকি-লেহেঁতেন। অসমদেশ বঙ্গদেশৰ গৰ্ভত লীন গলহেঁতেন। আজিও এই সংগ্ৰামত সাহিত্যিকেই যুঁজ কৰিব লাগিব। আনক আমি আশা কৰিব নোৱাৰোঁ। অসম সাহিত্য সভাই এই সংগ্ৰামতো যুঁজিব লাগিব। য'তে য'তে সংগ্ৰাম হৈছে ত'তে ত'তে এই সভাই গৈ যুঁজিব লাগিব। এই সভাই অবিৰাম যুঁজিব লাগিব। অসমৰ বাহিৰত যুঁজিব লাগিব, অসমৰ ভিতৰত যুঁজিব লাগিব। আজি সাহিত্যিকৰ জিৰণি নাই। ভয় নাই। আহক, আমি দিগ্‌বিজয়ী মহাপৰাক্ৰমী পূৰ্ণাঙ্গ সাহিত্যক সাৰথি কৰি জয়ধ্বনি কৰি এই মহা সংগ্ৰামলৈ আগবাঢ়ো। * শ্ৰীজ্ঞান নাথ বৰা

* মূল সভাৰ সভাপতিৰ ভাষণ



## ॥ বুৰঞ্জী শাখা সভাপতিৰ অভিভাষণ ॥

আপোনাসকলে মোক বুৰঞ্জী শাখাৰ সভাপতি পাতি যি মৰম দেখুৱাইছে তাৰ বাবে আপোনাসকললৈ শলাগৰ শৰাই ,আগ-বঢ়াইছো। এই দায়িত্বপূৰ্ণ কাম সুচাৰুৰূপে সমাধা কৰিবলৈ মই নিজকে নিজে অপাৰগ বুলি ভাবিছো। বুৰঞ্জীৰ সম্বল গোটাই পৰিপাটিকৈ এই দেশৰ বুৰঞ্জী এখন সঙ্কলন কৰা কাম সহজ নহয়। তথাপি বুৰঞ্জীৰ পাতনি এটা আপোনাসকলৰ আগত উপস্থিত কৰিবলৈ অন্তৰত বল গোটাই আপোনাসকলৰ আগত থিয় হৈছোহি

বুৰঞ্জীয়ে ঢুকি নোপোৱা সময়ৰ পৰা ১৯ শতিকাৰ আগ-ভাগলৈকে এই দেশত বহুত ৰজাই ৰাজত্ব কৰিছিল আৰু অগা-পিছাকৈ বহুত ৰাজ্যৰো প্ৰতিষ্ঠা হৈছিল। সেইবিলাকৰ ভিতৰত কামৰূপ (কমতা-কামৰূপ) কুণ্ডিল, কছাৰী, জয়ন্তীয়া আদি ৰাজ্যই প্ৰধান।

আমি আজি যি ঠাইত গোট খাইছোহি সেয়ে বুৰঞ্জী প্ৰসিদ্ধ শোণিতপুৰ নগৰ— যাক আমি তেজপুৰ নগৰ নামেৰে অভিহিত কৰিছোহঁক। অগ্নিগড়, ভৈৰৱ মন্দিৰ, ভালুক পুং, হাৰুপেশ্বৰ (হৰৰ পদ) আৰু ওচৰে-পাজৰে অৱস্থিত শিলত কটা নানা তৰহৰ কাৰুকাৰ্য্যখচিত দেৱালয় সমূহে আমাৰ আগত আমাৰ দেশৰ পুৰণি সভ্যতাৰ স্থাপত্য আৰু ভাস্কৰ্য্যৰ এক অপৰূপ চিত্ৰ দাঙি ধৰিছে যাক দেখি আমি স্তম্ভিত হৈছোহঁক। কোন ৰজাৰ দিনত আৰু কোন সময়ত এইবিলাক তৈয়াৰ হৈছিল তাক জানিবলৈ আমি ইচ্ছুক। অতীতৰ লুপ্ত গৌৰৱ উদ্ধাৰ কৰাই আমাৰ উদ্দেশ্য; কিন্তু এই কাম দুৰূহ। হিন্দু ৰজাসকলে কোনো বুৰঞ্জী লিখি থৈ যোৱা নাই। আহোম ঐতিহাসিকসকলে ৰজাসকলৰ ৰাজত্বৰ সবিশেষ বৃত্তান্ত লিখি থৈ যোৱাত আমি উপকৃত হৈছো।

কামৰূপৰ ইতিহাস সংগ্ৰহ কৰিবলৈ হলে ধৰ্ম্মপুথি, সাহিত্য, শিলালিপি, মুদ্ৰা আৰু বিদেশী পৰিব্ৰাজকৰ চমুটোকা আদিৰ সহায় লব লাগিব। লিপিবোৰৰ আখৰবোৰ পঢ়াও এটা টান কাম। এতিয়ালৈকে বুৰঞ্জীবিদ্‌সকলে যি সম্বল গোটাইছে সি যথেষ্ট নহয়। আমাৰ আৰু বহুত আহিলাপাতিৰ প্ৰয়োজন। ইংৰাজ বুৰঞ্জীবিদ্‌সকলে অসামঞ্জস্যবোৰ আঁতৰাই বুৰঞ্জীক যি এক পোনপটীয়া বাটত পেলাইছেহি সি উল্লেখযোগ্য। পুৰাতত্ত্ববিদ-সকলৰ অশেষ যত্নৰ ফলত বুৰঞ্জী সঙ্কলন কাৰ্য্য বহুদূৰ আগবাঢ়িছে।

ইতিপূৰ্ব্বে মহীৰঙ্গ প্ৰমুখ্যে দানৱ, অসুৰ, কিৰাত আদি লোকৰ কামৰূপত বসতি আছিল। ৰামায়ণ আৰু মহাভাৰতত প্ৰাগজ্যোতিষপুৰৰ নাম উল্লেখ আছে; কিন্তু তাত কামৰূপৰ নাম নাই। কালিকাপুৰাণত দুয়োটা নামেই আছে। বোধহয় প্ৰাগ্‌জ্যোতিষপুৰ কামৰূপ ৰাজ্যৰ ৰাজধানী আছিল। কামাখ্যা দেৱীক বিয়া কৰাবলৈ বুলি আশা কৰিয়েই কামৰূপৰ নৰক নামৰ জনৈক ৰজাক প্ৰাগ্‌জ্যোতিষপুৰৰ গাতে লাগি থকা নীলাচল পাহাৰত এটা মন্দিৰ সজাবলৈ কোৱা হৈছিল; কিন্তু দেৱীৰ চৰ্ত্তবিলাক নৰকে পূৰণ কৰিব নোৱাৰাত দেৱী অদৃশ্য হল আৰু নৰকে দেৱীক বিয়া কৰোৱাতো নহল। এয়ে সৰ্ব্বভাৰতীয় ধৰ্ম্ম আৰু সভ্যতাৰ কামৰূপত প্ৰবেশ কৰিবলৈ ধৰা প্ৰথম উল্লাস যাক এটা গল্পৰ আকাৰত লিখা হৈছিল। গল্পটো এটা ৰূপক মাথোন। আৰ্য্য কৃষ্টিৰ প্ৰতীক অগস্ত্য মুনি দাক্ষিণাত্যলৈ সোমোৱাৰ দৰে বশিষ্ঠ মুনিয়ো কামৰূপত সোমাইছিল। এইদৰে উত্তৰাপথৰ সভ্যতাৰ সৈতে কামৰূপৰ সংযোগ আৰম্ভ হল। পূৱলৈ আৰ্য্যৰ প্ৰভাৱ কুণ্ডিলৰ (শদিয়াৰ) ফাললৈ উজাবলৈ ধৰিলে। কছাৰী, জয়ন্তীয়া আদি ৰাজ্যত ইয়াৰ সোঁত মন্দভাৱে চলিল।

ভাৰতৰ প্ৰায় সকলো ৰাষ্ট্ৰই কুৰুক্ষেত্ৰ ৰণলৈ সৈন্য-সামন্ত পঠিয়াই হয় কৌৰৱৰ ফালে, নহয় পাণ্ডৱৰ ফালে যোগদান কৰি



গৌৰৱ অনুভৱ কৰিছিল। এইদৰে কামৰূপ সৰ্ব্বভাৰতীয় গোষ্ঠীৰ এক অঙ্গবিশেষ হৈ পৰিল। কামৰূপৰ ৰজা ভগদত্তই বহুত চীনা আৰু কিৰাত সৈন্য লৈ এই মহাসমৰত কৌৰৱৰ ফলীয়া হৈ অংশ গ্ৰহণ কৰিছিল। এই যুদ্ধ খৃষ্টাব্দ পূৰ্ব্ব প্ৰায় পোন্ধৰশ মান বছৰত হৈছিল। যোগিনীতন্ত্ৰৰ মতে কামৰূপৰ সীমা পূৰ্ব্বে দিকৰবাঁসিনীৰ পৰা পশ্চিমে কৰতোৱা নদী পৰ্য্যন্ত বিস্তৃত আছিল। ৰজালৈ ইয়াৰ আয়তন বঢ়া-টুটা হৈছিল। কৌটিল্যই প্ৰাগ্‌জ্যোতিষপুৰৰ নাম সুবৰ্ণকুড্য বুলি আখ্যা দি ইয়াৰ কিছুমান শিল্পজাত দ্ৰব্যৰ উল্লেখ কৰিছে। বাণ ৰজাৰ জীয়েকক অনিৰুদ্ধই হৰি নিয়া আৰু কুণ্ডিল্য নগৰৰ পৰা ৰুক্মিণীক শ্ৰীকৃষ্ণই হৰি নিয়াৰ কথাই ভাৰতীয় সংস্কৃতিত কামৰূপে অংশ গ্ৰহণ কৰাৰ কথাকে বুজায়। মহাভাৰত আৰু বিষ্ণু পুৰাণত উল্লেখ কৰা ৰজাসকলৰ বাহিৰে খৃষ্টাব্দৰ প্ৰথম শতিকাৰ পৰা চতুৰ্থ শতিকালৈ কামৰূপৰ কেইজনমান ৰজাৰ নাম উদ্ধাৰ কৰা হৈছে। সেইবিলাকৰ ভিতৰত ধৰ্ম্মপালেই প্ৰধান। তেওঁ বোলে উত্তৰ ভাৰতৰ পৰা বহুত ব্ৰাহ্মণ আৰু উচ্চকুলৰ মানুহ আনি কামৰূপত স্থাপন কৰিছিল। পুষ্যবৰ্ম্মনে ৰাজত্ব কৰাৰ লগে লগে খৃষ্টীয় চতুৰ্থ শতাব্দীৰ পৰাহে কামৰূপ ৰাজ্যৰ প্ৰকৃত ৰাজনৈতিক বুৰঞ্জী আৰম্ভ হয়। সকলো স্তৰৰ মানুহেই প্ৰত্নতাত্ত্বিকসকলক কিছু নহয় কিছু উপকাৰ কৰিব পাৰে। এজন মুচলমান খেতিয়কে ঘৰৰ ওচৰৰ টিলা এটা কাটি মাটি সমান কৰোতে এখন তামৰ ফলি পালে। সেই ফলিখনৰ পৰা বৰ্ম্মন বংশৰ বংশাৱলী উদ্ধাৰ কৰা হল। হৰ্জ্জৰ বৰ্ম্মনৰ তামৰ ফলি এখন হাইয়ুংথল নিবাসী এজন মিকিৰৰ হাতত পোৱা গল। এইদৰে ক'ত কেনেকৈ আৰু কিমান লিপি, মুদ্ৰা আৰু শিলত খোদিত গ্ৰহ-উপগ্ৰহৰ আৰু দেৱতাসকলৰ মূৰ্ত্তি গোটেই অসমতে সিঁচৰিত হৈ আছে তাৰ ইয়ত্তা নাই। বৰ্ম্মন বংশৰ ৰজাসকলে উত্তৰ ভাৰতৰ পৰৱৰ্ত্তী গুপ্তৰজা-সকলৰ সৈতে ৰাজ্যবিস্তাৰৰ কাৰণে প্ৰতিদ্বন্দিতা কৰিবলগীয়া

হয়। সীমাৰ ওচৰতে এই সময়ত গৌড়ৰ ৰাজ্য শক্তিশালী হৈ উঠে। কনৌজৰ ৰজা মহাপ্ৰতাপশালী হৰ্ষই গৌড়ৰ ৰজা শশাঙ্কৰ বিৰুদ্ধে অভিযান চলাবলৈ কামৰূপৰ ৰজা কুমাৰ ভাস্কৰৰ লগ লয়। ফলত এই বন্ধুতালৈ ভয় কৰি শশাঙ্ক আৰু তেওঁৰ সহযোগী মালৱৰ দেৱগুপ্তই ৰাজ্য এৰি পলাই যাবলৈ বাধ্য হয়। পূৰ্ব্ববঙ্গ ভাস্কৰবৰ্ম্মনৰ হস্তগত হয়। কনৌজ আৰু প্ৰয়াগত বহা ধৰ্ম্ম আলোচনী সভাত উত্তৰ ভাৰতৰ ৰাজন্যবৰ্গৰ বিদ্যমানে ভাস্কৰ বৰ্ম্মনে যি বিশিষ্ট ভূমিকা লৈছিল সি অতি প্ৰশংসনীয়। হৰ্ষই ভাস্কৰক বৰ সমাদৰ কৰি তেওঁৰ ৰাজসভাত বহুত দিন ৰাখিছিল। সম্ৰাট হৰ্ষই তেওঁক ব্ৰহ্মাৰ পদবিৰে ভূষিত কৰি দুয়োটা উৎসৱতে তেওঁক সোঁফালে ঠাই দি বিশেষ সন্মান কৰিছিল। হৰ্ষৰ মৃত্যুৰ পিচত কনৌজৰ সিংহাসনত অৰ্জ্জুন নামৰ যিজন ৰজা বহিছিল তেওঁ চীনা ৰাজদূত ওৱান হিউয়েনচিক অত্যাচাৰ কৰি খেদি দিয়াত উক্ত চীনা ৰাজদূতজনে কনৌজৰ ৰজাৰ বিৰুদ্ধে আক্ৰমণ চলাইছিল। তাত ভাস্কৰ বৰ্ম্মনে সহায় কৰিছিল। এইবোৰ কথাই প্ৰমাণ কৰে যে সেই সময়ত অৰ্থাৎ (সপ্তম শতিকাৰ মাজছোৱাত) ভাস্কৰ বৰ্ম্মন পূব ভাৰতৰ এজন ডাঙৰ ৰজা বুলি বিবেচিত হৈছিল। বৰ্ম্মন বংশৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰত আছিল। উত্তৰ বঙ্গৰ তিস্তা নৈৰ পশ্চিম অঞ্চল আৰু পূৰ্ব্ববঙ্গও তেওঁলোকৰ শাসনাধীন আছিল. বিদ্বান আৰু বিদ্যোৎসাহী ৰজা ভাস্কৰ বৰ্ম্মনৰ মৃত্যুৰ পিচত শালস্তম্ভীয় বংশৰ একৈশজন ৰজাই সপ্তম শতিকাৰ মাজভাগৰ পৰা দশম শতিকাৰ শেষভাগলৈ কামৰূপত ৰাজত্ব কৰে; কিন্তু এওঁলোকৰ ৰাজধানী হাৰুপেশ্বৰ (তেজপুৰ) নগৰত আছিল। শ্ৰীহৰ্ষবৰ্ম্মাদেৱ এই বংশৰ এজন বিখ্যাত ৰজা আছিল। তেওঁৰ ৰাজ্য এফালে শদিয়াৰ পৰা অযোধ্যালৈ বিস্তৃত হৈছিল আৰু আনহাতে হিমালয়ৰ পৰা বঙ্গোপসাগৰলৈকে বিস্তৃত হৈছিল বুলি প্ৰবাদ আছে। হৰ্জ্জৰ বৰ্ম্মনে হাৰুপেশ্বৰ হৰপাদ নগৰখন মন্দিৰ আৰু প্ৰাসাদেৰে বিতোপনকৈ



সজাই তুলিছিল। বনমালদেৱ আৰু জয়মাল বৰ্ম্মনৰ দিনত পালবংশৰ ৰজাৰ সৈতে অলপ খোঁতা-মোজা লাগে। ত্যাগ সিংহই এই বংশৰ শেষ ৰজা। এই ৰজাসকলৰ মূল ৰাজধানী বোধ হয় প্ৰাগ্‌জ্যোতিষ-পুৰতে আছিল। ত্যাগ সিংহ মৰাত ৰাজ্যত অৰাজকতাৰ সৃষ্টি হল। বিষয়াসকলে ব্ৰহ্মপাল নামৰ এজনক ৰজা নিৰ্ব্বাচন কৰে। এয়েই পালবংশৰ আৰম্ভন।

পালবংশৰ ৰজাসকলৰ প্ৰাগ্‌জ্যোতিষপুৰত ৰাজধানী আছিল। ৰত্নপালে বিদেশী আক্ৰমণৰ ভয়ত প্ৰাগ্‌জ্যোতিষপুৰ নগৰখন দুৰ্জ্জেয় কৰি তুলিছিল; কিন্তু অলপ দিনৰ পিছতে জাতবৰ্ম্মন নামৰ এজন উত্তৰ বঙ্গৰ ৰজাই ৰাজ্যৰ পশ্চিমখণ্ড কাঢ়ি নিয়ে। ধৰ্ম্মপালে ততাতয়াকৈ হেৰোৱা উত্তৰ বঙ্গ পুনৰ জয় কৰে। পাল আৰু গৌড় ৰজাৰ ভিতৰত সততে ৰাজ্যৰ বাবে বিবাদৰ সৃষ্টি হৈছিল। বখ্‌তিয়াৰ খিল্‌জিৰ আক্ৰমণত পালবংশৰ ৰজাসকল নিস্তেজ হৈ পৰে। ইয়াৰ পিছত ওপৰাওপৰিকৈ মুছলমানে কামৰূপ দুবাৰ আক্ৰমণ কৰে আৰু প্ৰাগ্‌জ্যোতিষপুৰ তেওঁলোকৰ দখললৈ নিয়ে। কামৰূপৰ ৰজাই ৰাজধানী উত্তৰ গুৱাহাটীৰ (কামৰূপ নগৰ) পৰা তুলি পশ্চিমফালে কমতালৈ নিয়ে আৰু ৰাজ্যৰ নাম তেতিয়াৰ পৰা হল কমতা বা কামৰূপ-কমতা আৰু ৰজাই কমতেশ্বৰ উপাধি গ্ৰহণ কৰিলে। দুৰ্ল্লভনাৰায়ণ কামৰূপ-কমতাৰ এজন বিখ্যাত ৰজা। তেওঁৰ বহুমুখী প্ৰতিভাৰ ফলত কেইবাজনো বিখ্যাত লিখকে কিছুমান পুথি লিখি থৈ যায়। কমতাৰ ৰজাসকলৰ দিনত ৰাজ্য বহল হৈয়েই আছিল। ৰংপুৰ মৈমনসিং জিলাকৈ তেওঁলোকৰ ৰাজ্য দৰঙ্গ পৰ্য্যন্ত বিস্তৃত আছিল। পোন্ধৰ শতিকাৰ মাজভাগত কমতাত খেন নামৰ এক নতুন ৰাজবংশৰ প্ৰতিষ্ঠা হয়। এওঁলোকৰ দিনত ৰাজ্যৰ আয়তনো কোনো গুণে কমা নাছিল; কিন্তু কমতাৰ তেনেই ওচৰতে থকা বঙ্গত এখন ক্ষমতাশালী ৰাজ্য গঠন হোৱাত তেওঁলোক বেছিদিন নিৰাপদে থাকিব নোৱাৰিলে। হুচেইনচাহে

কমতা অধিকাৰ কৰি হাজোত ৰাজধানী পাতিলে। নীলাম্বৰ ৰজাৰ পতনৰ লগে লগে কমতাত খেন বংশৰ পৰালি পৰে। মুচলমান-বিলাকে কমতা ৰাজ্য তেওঁলোকৰ তলতীয়া কৰি বেছি দিন ৰাখিব নোৱাৰিলে। ভূঞা বা মাটিগিৰীসকলে ঠায়ে ঠায়ে মুচলমান আধিপত্য জোকাৰি স্বাধীন হৈ উঠিল।

গোৱালপাৰাৰ ফালে বিশ্বসিংহ নামৰ এজন জমিদাৰে তেওঁৰ ৰাজ্য ক্ৰমাৎ বঢ়াই নি নি কমতাও তেওঁৰ ৰাজ্যৰ অন্তৰ্গত কৰি পেলালে। কোচবিহাৰত তেওঁৰ ৰাজধানী পাতিলে। তেওঁ আহোম ৰাজ্য আক্ৰমণ কৰিবৰ উদ্দেশ্যে এটা ফৌজ গোটাইছিল। তেওঁৰ পুতেক নৰনাৰায়ণ কোচ বংশৰ এজন শিৰফুটা ৰজা। তেওঁ বাপেকৰ অসম্পূৰ্ণ কাম হাতত ললে আৰু আহোম ৰজাক পৰাস্ত কৰি গোটেই অসম জয় কৰি তাৰ একছত্ৰী ৰজা হবলৈ মন মেলিলে। ইপিনে আহোম ৰাজ্যও অসমৰ অঞ্চলত শক্তিমন্ত হৈ উঠিল। আহোমসকলে কছাৰী শক্তি নিষ্প্ৰভ কৰি ধনশ্ৰী আৰু কলং নদীৰ উপত্যকা দখল কৰে; কিন্তু মুচলমানসকলে ১৫২৭ চনত আহোম ৰাজ্যৰ পশ্চিম খণ্ড চাৰখাৰ কৰি কলং নদীৰ পাৰত অৱস্থিত সলা পৰ্য্যন্ত আগবাঢ়ি আহে। আহোম ৰজাৰ সৈন্যৰ আগত মুচলমান সৈন্য তিষ্ঠিব নোৱাৰি উভতি যাবলৈ বাধ্য হয়। আহোমসকলে মুচলমানসকলক পিছে পিছে খেদি গৈ কৰতোৱা নদীৰ পাৰত আহোমৰ বিজয় পতাকা উৰালেগৈ। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে থকা ডিমৰুৱা আদি ঠাইত নতুনকৈ উঠি অহা কোচৰজা বিশ্বসিংহৰ হাতৰ পৰা কাঢ়ি ললে। ১৫৩৭ চনত বিশ্বসিংহই ভয় পায় আহোম ৰজালৈ উপঢৌকন পঠিয়াই মিত্ৰতা স্থাপন কৰিলে। কোচ ৰজাই আহোমৰ এই দিগ্বিজয় অন্তৰে অন্তৰে মুঠেই ভাল নাপাইছিল; কিয়নো আহোম সৈন্যই তেওঁলোকৰ ৰাজ্যৰ মাজেদিয়েই গৈছিল আৰু কোনে জানে যে অনতিবিলম্বে কোচ প্ৰভুত্ব সেই অঞ্চলৰ পৰা উঠাই নিদিয়াকৈ আহোমসকল ক্ষান্ত হৈ ৰব।



এতিয়া অসমৰ এই দুই প্ৰধান শক্তিৰ ভিতৰত সাৰ্ব্বভৌম ৰাজপদৰ কাৰণে সংঘৰ্ষ অৱশ্যম্ভাৱী। আহোমৰ এই স্পৰ্দ্ধা খৰ্ব্ব নকৰিলে কোচ বংশৰ ভবিষ্যত অন্ধকাৰ হব বুলি ভাবিয়েই ৰজা নৰনাৰায়ণে আহোম ৰাজধানীৰ ওচৰত এখুন্দা দি আহিবলৈ মনস্থ কৰি ভায়েক চিলাৰায়ক সসৈন্যে উজনিলৈ পঁঠিলে। (১৫৬৩ চনত) চিলাৰায়ে এই আদেশ পাই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি এক সক্ৰিয় অভিযান চলাই লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ ওলালেগৈ। দক্ষিণ পাৰেও আহোমৰ লগত যুদ্ধ চলিল। কিছুদিন যুদ্ধ চলাৰ পিছত আহোম ৰাজধানী গড়গাওঁ চিলাৰায়ে অধিকাৰ কৰি পেলালে। স্বৰ্গদেউ চুখামফা চৰাইদেউলৈ পলাল। চিলাৰায়ে ৰজাক বশ্যতা স্বীকাৰ কৰাই যুদ্ধৰ ক্ষতিপূৰণ আদায় কৰি কোচ-বিহাৰলৈ প্ৰত্যাবৰ্ত্তন কৰিলে। এতিয়া সমস্ত অসমৰ ছত্ৰপতি কোন? কোচ ৰজা নহল জানো? জয়ন্তীয়া, ত্ৰিপুৰা, মণিপুৰ, শ্ৰীহট্ট আৰু কছাৰী ৰজাসকলে কোচৰ বশ্যতা স্বীকাৰ কৰি ললে; কিন্তু চিলাৰায়ৰ এই বিজয়কাহিনী তেওঁৰ মৃত্যুৰ লগে লগে লোপ পালে। আকৌ আহোমসকলে হেৰোৱা ৰাজ্যখণ্ড পুনৰ অধিকাৰ কৰি নিজৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰি পেলালে। ৰজা নৰনাৰায়ণৰো মৃত্যু হল। নৰনাৰায়ণৰ পুতেক আৰু ভতিজাকৰ ভিতৰত ৰাজ্যখন বিভাজন হয়। পশ্চিম অংশ পুতেকৰ হাতত থাকে। পশ্চিম অংশৰ নাম কোচবিহাৰ আৰু পূব অংশৰ নাম কোচ হাজো হ'ল। কোচবিহাৰৰ ভিতৰত দিনাজপুৰৰ কিছু অংশ, জলপাইগুৰি আৰু ৰংপুৰ জিলাও সোমাইছিল। পূব অঞ্চল ভতিজাক ৰঘুদেৱৰ হাতত থাকে। গোৱালপাৰা জিলা, গাৰোপাহাৰৰ এক অংশ আৰু দৰঙ্গ জিলাৰ ভৱলী নৈলৈকে কোচ হাজোৰ ভিতৰত পৰিছিল। পুতেকহঁতৰ ভিতৰত আকৌ দন্দ খৰিয়াল লগাত পশ্চিম কমতাৰ ৰজা লক্ষ্মীনাৰায়ণে ঢাকাৰ নবাবৰ সহায় ভিক্ষা কৰিলেগৈ আৰু পৰীক্ষিতৰ ভায়েক বলীনাৰায়ণে আহোম ৰজাৰ সহায় ললে।

আহোম আৰু মোগলৰ কাজিয়াৰ সূত্ৰপাত এই কোচ ৰজাসকলেই। মোগলৰ হাতত হাৰি আহোম ৰজা প্ৰতাপসিংহই মোগলৰ সৈতে সন্ধি কৰে। এই সন্ধিৰ চৰ্তমতে ব্ৰহ্মপুত্ৰৰ উত্তৰে বৰ নদী আৰু দক্ষিণে অসুৰৰ গড় দুয়ো ৰাজ্যৰ মাজৰ সীমা হিচাবে নিৰ্দ্ধাৰিত কৰা হল। অঙ্গীকাৰ কৰা কৰ পৰিশোধ নকৰাত ঔৰংজেৱে আকৌ আহোমৰ বিৰুদ্ধে এক অভিযান পঠিয়ালে। সেনাপতি মিৰ্‌জুমলাই আহোম সেনা খেদি নি গড়গাওঁ অধিকাৰ কৰিলে। তাৰ পিচত যি সন্ধি হল সেই সন্ধিমতে মোগলক বহুত ঠাই আহোমে এৰি দিব লগাত পৰিল।

জয়ধ্বজ আৰু তেওঁৰ পৰৱৰ্ত্তী ৰজা চক্ৰেশ্বৰ সিংহই পুনৰুদ্ধাৰৰ বাবে মোগলৰ সৈতে আকৌ যুঁজত নামিব লগা হল। গুৱাহাটীৰ আৰু শৰাইঘাটৰ ৰণত আহোম সৈন্যই মোগল সৈন্যক তথা মধা দেখুৱাইছিল। আহোমসকলে কামৰূপ আৰু দৰঙ্গ উদ্ধাৰ কৰিলে। কোচ ৰজাৰ বংশধৰ এজনক কৰতলীয়া ৰজা হিছাবে দৰঙ্গত থাপিলে। গদাধৰ সিংহই মোগল সৈন্যক মানাহ নদীলৈকে খেদি অসমৰ দুয়ো চোৰাতে ৰাজশক্তি দৃঢ়ীভূত কৰিলে। কোচ আৰু মোগলক পৰাস্ত কৰি তেওঁ অসমৰ একছত্ৰী ৰজা হিছাবে পৰিগণিত হয়। পুতেক ৰুদ্ৰসিংহই জয়ন্তীয়া আৰু কছাৰী ৰজাক পৰাস্ত কৰি ৰাজ্যৰ ভেটি কটকটীয়া কৰিলে। লক্ষ্মীকান্তৰ দিনৰ পৰা আহোম শাসন পতনৰ পিনে ধাল লয়। তেওঁৰ মন্ত্ৰী কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই মোৱামৰীয়া গোঁসাইক কটুকথা কোৱাৰ পৰাই এটা শক্তিশালী বিদ্ৰোহ (গৃহযুদ্ধ) আৰম্ভ হয়।

বিদ্ৰোহীহঁতে ৰংপুৰ অধিকাৰ কৰি তেওঁলোকৰ এজনক ৰাজপাটত বহুৱালে। বিদ্ৰোহ যে অকল ৰাজধানীতে আৱদ্ধ আছিল এনে নহয়, বিদ্ৰোহৰ দাবানল অন্য ফালেও জ্বলি উঠিল; বিশেষকৈ নগাওঁ আৰু কামৰূপৰ ঠায়ে ঠায়ে বিয়পি পৰিল। ইংৰাজৰ সহায়ত যোৰহাট আৰু ৰংপুৰত বিদ্ৰোহ দমোৱা হয়



কিন্তু ৰাজদণ্ড দুৰ্ব্বল হৈ পৰিল। দেশৰ উশৃঙ্খলতা দূৰ কৰি এই সময়ত ৰাজ্যখনৰ গুৰিৰ'ঠা ধৰিছিল কেৱল পূৰ্ণানন্দ বৰগোহাঁইয়ে; কিন্তু গুৱাহাটীৰ শাসনকৰ্ত্তা বদনচন্দ্ৰ বৰফুকনে বৰগোহাঁইকো নমনা হ'ল। গুৱাহাটীত বদনৰ উৎপীড়নৰ খবৰ পাই বুঢ়াগোহাঁইয়ে তেওঁক ধৰাই আনিবলৈ আদেশ দিয়ে। বদনে মান ৰজা বড়োপাইৰ সহায় বিচাৰি মান সেনা আনি উজনি অসমত সুমুৱালেহি। সিহঁতে চাৰিওফালে লুটপাট্ কৰিবলৈ আৰম্ভ কৰিলে। এতিয়া অসমত দুজন ৰজা হল। তাৰে এজন চন্দ্ৰকান্ত সিংহ (মানে পতা) আনজন হল পুৰন্দৰ সিংহ—যাক ৰুচিনাথ বৰগোহাঁইয়ে সিংহাসনত থাপিছিল। মানহঁতে সুৰমা উপত্যকাৰ বহুত ঠাই লুট্‌পাট্—খাস্তাং কৰি গোৱালপাৰাইদি ভটিয়াই গৈ ইংৰাজ ৰাজ্য আক্ৰমণ কৰাত ইংৰাজ কোম্পানীয়ে মানক খেদিবলৈ আহি তেওঁলোক নিজেই অসমৰ অধিপতি হল। ১৮২৪ চনত আহোম ৰাজধানী ইংৰাজৰ হস্তগত হয়। পুৰন্দৰ সিংহক কৰতলীয়া ৰজা হিছাবে কোম্পানীয়ে বছৰি পঞ্চাশ হাজাৰ টকা কৰ শোধোৱা বন্দোবস্তত ৰাখিছিল। পিছে তেওঁ সেই কৰ শোধাব নোৱাৰাত লক্ষীমপুৰ আৰু শিৱসাগৰ জিলা দৰং, কামৰূপ, নগাওঁ, গোৱালপাৰা জিলাৰ দৰে ইংৰাজৰ খাচ্‌দখললৈ যায় আৰু পাহাৰী জিলাকেইখন অসমৰ অন্তৰ্ভুক্ত কৰা হল। পৰ্ব্বতীয়া ৰাজ্যকেইখনো ইয়াৰ লগত চামিল কৰি এক অসম প্ৰদেশ গঠন কৰা হল।

আহোমসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত ৬০০ বছৰ ৰাজত্ব কৰিছিল। তেওঁলোকৰ অধঃপতন কেনেকৈ হল তাক বিস্তাৰি প্ৰকাশ কৰাৰ সকাম নাই। বদনেই ইয়াৰ বাবে দায়ী। আহোম ৰজাসকলৰ হাতত শিক্ষিত সৈন্য মজুত কৰি থোৱা নাথাকে। দৰ্কাৰ বিশেষে সৈন্যদল ডা-ডাঙৰীয়াসকলে সংগ্ৰহ কৰে আৰু তেনে কৰিবলৈ সময় লাগে। মানৰ আক্ৰমণ অতৰ্কিত ভাৱে হৈছিল কাৰণে ৰজাই সৈন্য সংগ্ৰহ কৰিবলৈ সময় নাপালে। ইংৰাজ

মানক পৰাস্ত কৰি যে দেশখন অধিকাৰ কৰিব সেই কথা তেওঁ-লোকৰ সপোনৰো অগোচৰ আছিল। মোৱামৰীয়া বিদ্ৰোহ, মোগল আৰু চিলাৰায়ৰ আক্ৰমণে দেশখন জুৰুলা কৰি পেলালে। ৰজাৰ শক্তিও কমি গল। সিংহাসন লৈ টনা-আজোৰা হোৱাটো স্বাভাৱিক। ডা-ডাঙৰীয়াৰ ষড়যন্ত্ৰতো আছেই। কামৰূপ-কমতা ৰাজ্যত মোৱামৰীয়া বিদ্ৰোহৰ নিচিনা গৃহযুদ্ধ নাছিল যেন বোধহয়। কামৰূপ-কমতা ৰাজ্যক যদি আমি একেখন ৰাজ্য বুলি ধৰি লওঁ তেন্তে দেখিবলৈ পাওঁ যে, চৈধ্যশ বছৰ কাল এই ৰাজ্যই বঙ্গৰ মুচলমান আৰু হিন্দুৰ আক্ৰমণ সত্বেও টিকি আছিল। ইয়াৰ কাৰণ হৈছে শাসনত অধিষ্ঠিত ৰাজবংশৰ পতন হলে ৰাজধানীৰ পৰা কিছু দূৰৈত একোটা নতুন ৰাজবংশই মূৰ দাঙি উঠে। কামৰূপ-কমতা ৰাজ্যৰ ৰজাসকল আহোমৰ দৰে স্বেচ্ছাচাৰী নাছিল। তেওঁলোক শাস্ত্ৰৰ বিধি-বিধান মতে চলিছিল। ধৰ্ম্ম আৰু নীতিমূলক কথাই ৰজা আৰু প্ৰজাৰ মন আকৰ্ষণ কৰি ৰাখিছিল। অসমত বৈষ্ণৱ ধৰ্ম্মৰ মূল ভেটি স্থাপন হৈছিল শ্ৰীমন্ত শঙ্কৰদেৱৰ উদগণিত। আহোম ৰাজ্যত বৈষ্ণৱসকলক কৃপাৰ চকুৰে চোৱা নহৈছিল। আহোমসকলে নিজা ধৰ্ম্ম মত বহুদিনলৈ পোষণ কৰি পিচতহে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰে। শক, পাৰ্চিয়ান, ইউৰেচি আদি বিদেশী আক্ৰমণকাৰীসকল হিন্দুধৰ্ম্মলৈ সোমাল অগ্নিহোত্ৰ যজ্ঞ কৰি; কিন্তু আহোমসকলে অসমত তেনে উচ্চ আসন নাপালে। আহোম প্ৰথা মতে ৰজা হবলৈ হলে শিঙৰি ঘৰত উঠিব লাগে। মন্ত্ৰীবৰ্গৰ বাছনি মতে আহোম ৰাজবংশৰ কোঁৱৰ এজনহে ৰজা হব পাৰে এনেস্থলত প্ৰতিদ্বন্দ্বী ৰাজ্য গঠন নহয়।

১৮৫৭ চনত বৃটিছ গৰ্ণমেণ্টে ভাৰতৰ শাসনভাৰ ইষ্টইণ্ডিয়া কোম্পানীৰ পৰা নিজৰ হাতলৈ লয়। বৃটিছ গৰ্ণমেণ্টৰ হাতত ভাৰতৰ ঐক্য স্থাপন হয় ইংৰাজী ভাষাৰ মাধ্যমেদি। ইংৰাজী ভাষা প্ৰচলনৰ পৰা পাশ্চাত্য দেশৰ সাহিত্য আৰু বিজ্ঞানৰ চৰ্চ্চা এই দেশত বাঢ়িবলৈ ধৰে। তেওঁলোকৰ শাসন প্ৰণালী বেয়া নাছিল;



আইন আৰু শৃঙ্খলালৈ চকু ৰাখিছিল। চীনেও তেওঁলোকলৈ ভয় কৰিছিল। ১৯৬২ চনত চীনে ভাৰতৰ বিৰুদ্ধে এক অভিযান চলায়।

১৯৪৭ চনত মহাত্মাগান্ধীৰ নেতৃত্বত ভাৰতে স্বাধীনতা আৰ্জ্জন কৰে আৰু ভাৰতত গণতন্ত্ৰ স্থাপিত হয়। গণতন্ত্ৰৰ উদ্দেশ্য হৈছে সকলোকে সমান সা-সুবিধা দিয়া। প্ৰজাৰ সমৰ্থনত ই সবল হয়; কিন্তু দেশত কেইবাটাও ৰাজনৈতিক দল ওলোৱাত আৰু নতুনকৈ গা-দি উঠা পুঁজিবাদীসকলৰ হাতত ই আশানুৰূপ গা কৰি উঠিব পৰা নাই। মধ্যবিত্ত আৰু তলখাপৰ মানুহবিলাক দুখীয়া হৈ গৈছে। ডাঙৰ ডাঙৰ উদ্যোগ প্ৰতিষ্ঠা কৰি বিদেশৰ পৰা টকা ধাৰলৈ অনা হৈছে। কেন্দ্ৰতেই হওঁক বা ৰাজ্যবিলা-কতেই হওক আয়ৰ পৰিমাণতকৈ ব্যয়ৰ পৰিমাণ বেছি। কৰ-কাটল বাঢ়িবলৈ লৈছে। খাদ্য বস্তুৰ অনাটন হোৱাত দেশৰ ভৱিষ্যত অন্ধকাৰময় হৈছে। চোৰাং বজাৰ, মজুতকাৰী, দুৰ্নীতি, ভেটিখোৰৰ বাহিৰেও ধনীদলৰ টকা নিৰ্ব্বাচনত খটোৱা বুলি দেশে গৰৰ্ণমেণ্টক তীব্ৰ সমালোচনা নকৰাকৈ থকা নাই। এইদৰে টকাৰ বিহকে শ্ৰাদ্ধ হলে ভৱিষ্যত উন্নতিৰ বাট সুগম হোৱা টান। প্ৰথম মহাসমৰৰ পিচত অষ্ট্ৰিয়াই আমেৰিকাৰ পৰা বহুত ধন ধাৰ কৰি আনি অযথা কামত খৰচ কৰাত প্ৰতিৰক্ষাৰ বাবে খৰচ কৰিবলৈ টকাৰ নাটনি হল। অষ্ট্ৰিয়াৰ প্ৰধান মন্ত্ৰী ডক্টৰ সুচনীক হিটলাৰে ধৰি নিয়াৰ কথা সকলোৱে জানে। বুৰঞ্জীৰ অধ্যয়নে মানুহক সতৰ্ক কৰি দিয়ে; কিন্তু নামানিলে পৰিণাম গোটেই ৰাষ্ট্ৰই ভুগিব লগাত পৰে। কাশ্মীৰৰ গণভোটৰ কথা কোনে প্ৰথমতে উত্থাপন কৰে? ৰজা হৰিসিংয়েনে কি?

আন্দোলন কিয় হয়? সেই সন্দৰ্ভত দিল্লীৰ চুলতান আল্লাউদ্দিনে কি নীতি অৱলম্বন কৰিছিল তাৰ কিছুমান কাৰণ দেখুৱাইছে। বিদ্ৰোহৰ কাৰণ চাৰিটা বুলি আল্লাউদ্দিনে ঠাৰৰ কৰিছিল। (১) চুলতানৰ শাসনৰ ফালে চকু-কাণ নিদিয়াত।

এতিয়া চুলতানৰ ঠাইত গৰৰ্ণমেণ্ট শব্দৰ প্ৰয়োগ হব । (২) মদৰ প্ৰচলন । (৩) ডাঙৰীয়াসকলৰ মাজত ঘনিষ্ঠতা থকাও এটা কাৰণ (স্বজনপ্ৰীতি) (৪) টকাৰ প্ৰচুৰ প্ৰচলন যাৰ দ্বাৰা গৰ্ব্ব আৰু বিপদ বাঢ়ে । ব্যৱসায়ীসকলে ইচ্ছামতে বস্তুৰ দাম বঢ়ালে বা বস্তু কম ওজনত দিয়া প্ৰমাণিত হলে চুলতানৰ বিষয়াসকলে তেনে দুৰ্নীতি-পৰায়ণ বেপাৰীহঁতক বজাৰৰ পৰা গুৰিয়াই-ভুকুৱাই উলিয়াই দিছিল ।

কেন্দ্ৰত স্থাপিত হোৱা যুক্তৰাষ্ট্ৰৰ সৈতে আমাৰ কি কি সম্বন্ধ ? যদি আমি নিজৰ সুবিধা অসুবিধালৈ চকুৰেই দিব নোৱাৰো তেন্তে আমাৰ কেন্দ্ৰৰ সৈতে সম্বন্ধ প্ৰভু আৰু বহতীয়াৰ নিচিনা হবনেকি ? তেওঁলোকে ইচ্ছা কৰিলেই অসমক খণ্ড-বিখণ্ড কৰি পেলাব পাৰেনেকি ? নগা, খাছিয়া আৰু গাৰোসকলে আদিৰে পৰা পৃথক মনোভাব লৈ আছে, কেতিয়াও ভাৰতীয় সংস্কৃতিৰ প্ৰতি সঁহাৰি জনোৱা নাই । গৰৰ্ণমেণ্টে সদায়ে দেশৰ সংহতিৰ পথ উন্নয়ন কৰাটোকে বিচাৰিছে যদি খাছিয়া; গাৰো, নগা প্ৰভৃতিক আছুতীয়া ৰাজ্য এখন কৰি দিবলৈ কিয় প্ৰস্তুতি চলাইছে ? ই তোষণ নে প্ৰতিৰক্ষাৰ ভাবুকি ? নগালেণ্ড নামৰ এখন স্বকীয়া ৰাজ্য গঠন হোৱা সত্ত্বেও এওঁলোকে এখন সাৰ্ব্বভৌম পৰ্য্যায়ৰ ৰাজ্য বিচাৰিছে । বিদ্ৰোহী নগা নেতাজনাই এথেন্সৰ কূটনীতি-বিদ্‌ ঠেমিষ্টোকলচৰ নিচিনা কাম কৰা যেন বোধ হয় । পাহাৰী জিলা সমূহৰ ৰাজ্য গঠনৰ যি দাবী চলিছে বুৰঞ্জীদিশৰ পৰা তাক অগ্ৰাহ্য কৰা উচিত ।

আয়াৰলেণ্ডৰ মানুহবোৰ 'কেল্ট' জাতীয় আৰু 'কেথলিক'। তেওঁলোকে স্বভাৱতে ইংৰাজ বিৰোধী মনোভাৱ পোষণ কৰিছিল । ইংৰাজ গৰৰ্ণমেণ্টে ভাবিছিল যে তেওঁলোকক স্বায়ত্ব শাসন দিলেও তেওঁলোকক গ্ৰেটবৃটেনৰ লগতে সংযুক্ত কৰি ৰাখিব পাৰিব; কিন্তু যাৰ যি কৌটিকলীয়া স্বভাৱ তাক এৰা টান । ইংলেণ্ডৰ



সকলো বিদেশী শত্ৰুক আয়াৰলেণ্ডতেই খোপনি পুতিবলৈ আশ্ৰয় দিয়ে । তত্ৰাচ ইংলেণ্ডৰ কথা জানি নলয় । ইয়াৰ ফলত আয়াৰলেণ্ডে ইংলেণ্ডৰ সৈতে সম্বন্ধ ছিণ্ডি স্বাধীন হৈ উঠে । পাঞ্জাবো এখন ৰাজ্য । ইয়াক ভাষাৰ ভেটিত দ্বিখণ্ড কৰি দুখন ৰাজ্য গঠন কৰা হ'ল । পাঞ্জাব আৰু হাৰিয়ানা চীন আৰু পাকিস্তানৰ চিচেই ওচৰত । পাহাৰী জিলাকেইখন কেতিয়াও ভাৰতীয় সাংস্কৃতিৰ অন্তৰ্ভুৰ্ক্ত নহল আৰু নহব যেনো পাইছো । তেওঁলোকৰ গাতে লাগি আছে চীন আৰু পাকিস্তান— যাৰ লগত তেওঁলোকৰ সদ্‌ভাব দিনক দিনে বেছি হৈ গৈছে । মানুহৰ মন বুজা টান । যেয়ে যি কয় তাতে ভোল যোৱা অনুচিত । চুদেতন জাৰ্ম্মানসকলক জাৰ্ম্মানীৰ অন্তৰ্ভুৰ্ক্ত হবলৈ দিয়া সত্ত্বেও যুদ্ধৰ প্ৰচেষ্টা হিট্‌লাৰে বিসৰ্জ্জন নিদিলে ।

ইংৰাজী ভাষাক উঠাই দি তাৰ ঠাইত হিন্দী ভাষা ৰাষ্ট্ৰৰ মাধ্যম সংযোগী ভাষা হিচাবে যুগুত কৰিবলৈ যি চেষ্টা কৰা হৈছে তাৰ পৰা অসন্তুষ্টিৰ ভাৱ প্ৰবল হৈ উঠিছে । তিনিটা ভাষা সমানে অধ্যয়ন কৰিবলৈ হলে টকা আৰু সময়ৰ অপব্যৱহাৰ হয় । দক্ষিণ আফ্ৰিকা, কানাডা, চুইজাৰলেণ্ড আদি দেশতো ইংৰাজী ভাষা মাধ্যম হিচাবে চলি আহিছে । আহোম ৰজাসকলেও প্ৰজাবৰ্গৰ মাজত চলি থকা অসমীয়া ভাষাৰ পৰিবৰ্ত্তে আহোম ভাষা চলাবলৈ যত্নপৰ নহৈছিল । সূক্ষ্ম চিন্তা আৰু সম্যক যুক্তি সকলো ক্ষেত্ৰতে প্ৰয়োজন । বৰ্ত্তমানে যি দৰে অতীতৰ ওপৰত নিৰ্ভৰ কৰে সেই দৰে ভৱিষ্যতো বৰ্ত্তমানৰ ওপৰত নিৰ্ভৰশীল । সেই কাৰণে চেষ্টা আৰু দীৰ্ঘ দৃষ্টিৰে আমাৰ গণতন্ত্ৰ শক্তিমন্ত কৰি ৰাখিব লাগিব ।

দীঘলীয়া ভাষণ এখন আপোনাসকলৰ আগত দাঙি ধৰি আপোনাসকলক যি বিৰক্তি দিলো তাৰ বাবে যেন ক্ষমা কৰে।

ধন্যবাদ; জয়হিন্দ।
শ্ৰীগুণগোবিন্দ দত্ত
সভাপতি; অসম সাহিত্য সভাৰ
বুৰঞ্জী শাখা; তেজপুৰ অধিবেশন
১৯।১।৬৮

# প্ৰধান সম্পাদকৰ প্ৰতিবেদন

## শ্ৰীহৰিপ্ৰসাদ নেওগ

জয়ে জয়ে অসম সাহিত্য সভাৰ ৩৫ তম্ সন্মিলন উপলক্ষে পুৰাণ প্ৰসিদ্ধ এই তেজপুৰ চহৰত 'চিৰ চেনেহী মোৰ ভাষা জননী' এই পবিত্ৰ পতাকাৰ তলত সমবেত হোৱা ৰাইজলৈ আৰু প্ৰতিনিধিবৰ্গলৈ সাদৰ শুভেচ্ছা জ্ঞাপন কৰিছোঁ। ১৯৬৭ এই বছৰটো পাৰ হৈ যোৱাৰ লগে লগে অসম সাহিত্য সভাৰো পঞ্চাশ বছৰ সম্পূৰ্ণ হৈছে। সভাৰ সোণালী জয়ন্তী বছৰটোৰ এই সন্মিলনখনি তেজপুৰবাসীয়ে অনুষ্ঠিত কৰাৰ গৌৰৱ অৰ্জ্জন কৰিব পাৰিছে। সেই বাবে সদৌ তেজপুৰবাসী ৰাইজক অসম সাহিত্য সভাৰ হৈ অভিনন্দন জনাইছোঁ।

আমাৰ প্ৰতিবেদন আৰম্ভ কৰাৰ পূৰ্ব্বেই আমি শোকাশ্ৰুৰে তৰ্পণ জনাইছো—সভাপতি শ্ৰীনকুলচন্দ্ৰ ভূঞা ডাঙৰীয়াৰ বিদেহ আত্মাৰ উদ্দেশ্যে। আজিৰ পৰা মাত্ৰ দহ দিনৰ আগতে সভাপতি ডাঙৰীয়াই চিৰদিনৰ বাবে বিদায় লৈছে। আজীৱন অসমীয়া ভাষা-সাহিত্যৰ পূজাৰী সদালাপী পুৰুষ ভূঞা ডাঙৰীয়া, যি জনে অসম সাহিত্য সভাক মনে-প্ৰাণে ভাল পাইছিল, যি জন কেন্দ্ৰীয় কাৰ্য্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ চৌহদৰ প্ৰতিটো বালিকণাৰ লগত নিবিড় ভাবে পৰিচিত; যি জনে সাহিত্য সভাৰ যোৱা অধিবেশনৰ পিছত ৰোগশয্যাৰ পৰাই উপস্থিত সমস্যাত দিহা পৰামৰ্শৰ যোগেদি আমাক অনবৰত প্ৰেৰণা দিছিল; সিজনাৰ অভাৱ আমি এই মুহূৰ্ত্ততেও বিশেষ ভাবে উপলব্ধি কৰি গভীৰ বেদনা অনুভৱ কৰিছো।

কেৱল এয়েই নহয়; এই চলিত বছৰৰ আৰম্ভণীতে যোৱা ডিব্ৰুগড় সন্মিলনৰ সামৰণিৰ লগে লগেই আমি হেৰুৱালো প্ৰাক্তন সভাপতি দেশপ্ৰাণ অম্বিকাগিৰি ৰায়চৌধুৰী ডাঙৰীয়াক। এই তেজপুৰ

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশতম অধিবেশনৰ আদৰণী সমিতিৰ কাৰ্য্যনিৰ্ব্বাহকৰ সদস্যসকল ঃ

শ্ৰীকমলা প্ৰসাদ আগৰৱালা— সভাপতি। শ্ৰীঅমিয় কুমাৰ দাস আৰু শ্ৰীমহাদেৱ শৰ্ম্মা উপদেষ্টা। শ্ৰীহৰকান্ত দাস, শ্ৰীদুলাল চন্দ্ৰ ভট্টাচাৰ্য্য, শ্ৰীবিপিন পাল দাস, শ্ৰীবিষ্ণু প্ৰসাদ ৰাভা, শ্ৰীফণী শৰ্ম্মা আৰু শ্ৰীকান্ত শৰ্ম্মা : কাৰ্য্যকৰী সভাপতি। শ্ৰীচন্দ্ৰধৰ গোস্বামী আৰু শ্ৰীপদ্মেশ্বৰ বৰঠাকুৰ উপ-সভাপতি। শ্ৰীনবীন চন্দ্ৰ কাথ হাজৰিকা আৰু শ্ৰীহিতেশ্বৰ মহন্ত সাধাৰণ সম্পাদকদ্বয়। শ্ৰীবদন চন্দ্ৰ লহকৰ, শ্ৰীজেঠমল বেঙ্গানী, শ্ৰীভগৱৎ প্ৰসাদ জৈন, শ্ৰীতাৰিণী মৰল, মহম্মদ চৈয়ব, শ্ৰীতিলক চন্দ্ৰ কাকতি, শ্ৰীগোলোক চন্দ্ৰ ৰাজবংশী, শ্ৰীবসৰাজ দুগৰ, শ্ৰীশৈলেন্দ্ৰ চন্দ্ৰ মৈত্ৰ, শ্ৰীদেবেন চলিহা, শ্ৰীসুৰেন্দ্ৰ নাথ বৰঠাকুৰ, শ্ৰীসত্যৰঞ্জন কলিতা, শ্ৰীকবিন বৰুৱা, শ্ৰীপ্ৰফুল্ল বৰা, শ্ৰীত্ৰিনয়ন নাথ, শ্ৰীআচ্চাৰ সিং ভোমৰা, শ্ৰীগৌৰী শঙ্কৰ আগৰৱালা, শ্ৰীৰাধেশ্যাম ত্ৰিৱেৱালা, শ্ৰীধৰ্ম্মদাস হেৰেঞ্জ, শ্ৰীঅজয় বসু, শ্ৰীমনিন্দ্ৰ চন্দ্ৰ গাঙ্গুলী, শ্ৰীনগেন দত্ত, শ্ৰীপ্ৰবোধ চন্দ্ৰ দাস, শ্ৰীবিজয় চন্দ্ৰ শৰ্ম্মা, শ্ৰীযামিনী দাস, শ্ৰীবাণীকান্ত শৰ্ম্মা, শ্ৰীতুলসী দাস, শ্ৰীদেবেন শৰ্ম্মা, শ্ৰীপ্ৰিয় গোপাল মুখাৰ্জী, শ্ৰালক্ষ্মীকান্ত শইকীয়া, শ্ৰীপূৰ্ণনাৰায়ণ সিংহ, শ্ৰীমতী অমিয়া চক্ৰৱৰ্ত্তী, শ্ৰামতী মিনা আগৰৱালা, শ্ৰীমতী তৰু শইকীয়া আৰু শ্ৰীযোগেন্দ্ৰ চন্দ্ৰ ভট্টাচাৰ্য্য।



অধিবেশনৰ পৰা এই ৩৫ তম অধিবেশনলৈকে এবছৰ কালৰ ভিতৰত অসম সাহিত্য সভাই তিনি গৰাকী সভাপতিক হেৰুৱাব লগীয়া হোৱাটো কম দুখৰ কথা নহয়। অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ এই চতুৰ্থ অধিবেশনত সভাপতিত্ব কৰে উপ সভাপতি ডঃ মহেশ্বৰ নেওগে। প্ৰধান সম্পাদক শ্ৰীহৰি প্ৰসাদ নেওগে কাঃ নিঃ সমিতিৰ তৃতীয় বৈঠকৰ কাৰ্য্যবিৰৱণি পাঠ কৰে। এই বৈঠকে অধিবেশনৰ বাবে কাৰ্য্য-সূচী প্ৰস্তুত কৰে, বিভিন্ন শাখাৰ পৰা অহা প্ৰস্তাৱ সমূহ বিষয় বাচনি সভাত উত্থাপন কৰিবলৈ জুকিয়ায়, ভূঞা আৰু চৌধুৰীৰ স্মৃতিত দুখনি গ্ৰন্থ প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু ছিচাপ পৰীক্ষাৰ টোকা সম্পৰ্কে অৱগত হয়।

## বিষয় বাছনি সভা

২৬ জানুৱাৰীত পুৱা বেলাৰ পৰা তেজপুৰলৈ সাহিত্য সভাৰ প্ৰতিনিধি আৰু দৰ্শকৰ সোঁত বৰলৈ ধৰে। সেই দিনা গণতন্ত্ৰ দিৱস উপলক্ষে ৰাষ্ট্ৰীয় পতাকাও উত্তোলিত হয়। সন্ধ্যা ৬-৩০ বজাত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা ভৱনত আয়োজিত হয় প্ৰতিনিধি-বৰ্গৰে বিষয় বাছনি সভা। ভৱন প্ৰতিনিধিৰে ঠাহ খাই পৰে। অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ পূৰ্ণ হোৱাৰ সময়ত অনুষ্ঠিত এই ৩৫ তম তেজপুৰ অধিবেশনৰ বাবে নিৰ্ব্বাচিত অসমৰ প্ৰখ্যাত চিন্তাবিদ সাহিত্যিক শ্ৰীজ্ঞাননাথ বৰাদেৱক সভাঘৰলৈ লৈ অহাৰ লগে লগে প্ৰতিনিধিসকলে থিয় হৈ সন্মান প্ৰদৰ্শন কৰে। সভাপতি শ্ৰীযুত বৰা ডাঙৰীয়াই আনুষ্ঠানিক ভাৱে সভাপতিৰ আসন গ্ৰহণ কৰাৰ পিছতে তেখেতে প্ৰতিনিধিবৰ্গক বিষয় বাছনি সভাৰ গুৰুত্ব সম্পৰ্কে কয় আৰু ধীৰে-স্থিৰে সুচিন্তিত সিদ্ধান্তত উপনীত হবলৈ আহ্বান জনায়। প্ৰধান সম্পাদক আৰু সহকাৰী সম্পাদকে ক্ৰমে বিশিষ্ট প্ৰবীণ ব্যক্তিসকলৰ আৰু প্ৰতিনিধিবৰ্গৰ পৰিচয় দাঙি ধৰে। এই পৰিচয় পৰ্ব শেষ হোৱাৰ পিছতে প্ৰধান সম্পাদকে

অধিবেশনত দাঙি ধৰিবলৈ প্ৰস্তুত কৰা প্ৰতিবেদন বিষয় বাছনি সভাৰ গৃহীতাৰ্থে পাঠ কৰে। প্ৰধান সম্পাদকে ক্ৰমে আৰম্ভণি, শোক-তৰ্পণ, সমস্যাৰে গৰকা বছৰটো, কাঃ নিঃ সমিতিৰ অধিবেশন প্ৰস্তাৱ প্ৰসঙ্গ, ৰাজ্য ভাষা প্ৰসঙ্গ; শিক্ষাৰ মাধ্যম; ৰাজ্য পুনৰ গঠন; শত বাৰ্ষিকী আঁচনি; প্ৰকাশন, স্মৃতি গ্ৰন্থ, গ্ৰন্থসূচী, অভিযান; ভাষা-জ্ঞান পৰীক্ষা, ভাষা শিক্ষা শ্ৰেণী, পত্ৰিকা; ডিগবৈ ন্যাস পুঁজি; গোপাল গোস্বামী স্মৃতি পুঁজি, সাধাৰণ পুঁজি; প্ৰচাৰ আৰু সংগঠন সপ্তাহ পালন, শাখা গঠন, আজীৱন সভ্য; শাখা সভাৰ কাৰ্য্যক্ৰম, বিত্তীয় অৱস্থা; দৃষ্টিপাত এইকেইটা ছেদত প্ৰতিবেদন দাঙি ধৰে। ৯-৩০ বজাত বিষয় বাচনি সভা আহাৰৰ বাবে স্থগিত ৰখা হয় আৰু ৰাতি ১১ বজাত পুনৰ আৰম্ভ হয়। প্ৰতিবেদনৰ প্ৰত্যেকটি বিষয়কে বিতংভাৱে আলোচনা কৰি আৰু স্থানবিশেষে সংশোধনী দি প্ৰতিবেদন গ্ৰহণ কৰে আৰু ৰাতি ২ বজাত বিষয় বাছনি সভাৰ প্ৰথম বৈঠকৰ সামৰণি পৰে।

## শীতল উত্তেজনা

২৬ জানুৱাৰীৰ দিনা গুৱাহাটীত সমাজ বিৰোধী কিছুমান লোকে ঘটোৱা অগ্নিকাণ্ড আৰু লুটপাতৰ দৰে জঘন্য কাৰ্য্য আৰু এনে কাৰ্য্যই গুৱাহাটীত সৃষ্টি কৰা সন্ত্ৰাসৰ বাতৰি পলমকৈ হলেও তেজপুৰ পোৱাৰ পিচত স্বাভাৱিকতেই প্ৰতিনিধিবৰ্গ আৰু অন্যান্য লোকৰ মাজত এটি শীতল উত্তেজনাৰ সৃষ্টি হয়; কিন্তু তেজপুৰৰ এই জাতীয় মহামেলাত সমবেত হোৱা হাজাৰ হাজাৰ অসমীয়া মানুহে কোনো সময়তে ধৈৰ্য্য নেহেৰুৱাই অধিৱেশন সুকলমে সম্পন্ন হোৱাৰ বাবে আগবঢ়োৱা সংযত ধীৰ আচৰণে গুৱাহাটীৰ সন্ত্ৰাসবাদীসকলে অসমৰ জাতীয় চৰিত্ৰত চেকাঁ পেলাবলৈ কৰা চেষ্টাক আওপকীয়াকৈ বৃথা প্ৰমাণিত কৰি অসমীয়া মানুহৰ জাতীয় চৰিত্ৰৰ এটি মহান দিশত পোহৰ পেলালে।



## পতাকা উত্তোলন

২৭ জানুৱাৰীৰ পুৱা ৮ বজাত মূল সভামণ্ডপৰ সন্মুখত অসম সাহিত্য সভাৰ 'চিৰ চেনেহী মোৰ ভাষা জননী'ৰ পতাকা উত্তোলনৰ বাবে প্ৰতিনিধি আৰু দৰ্শক উপচি পৰে। 'আমি অসমীয়া নহওঁ দুখীয়া' এই সমবেত গীতেৰে অনুষ্ঠানৰ শুভাৰম্ভ কৰা হয়। গীতান্তত, অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ আহ্বানত উপ-সভাপতি ডঃ মহেশ্বৰ নেওগে পতাকা উত্তোলন কৰে। পতাকা অভিবাদনৰ পিচত ডঃ নেওগে এটি চমু ভাষণত সাহিত্য সভাৰ পতাকাৰ মৰ্য্যাদা ৰাখিবৰ বাবে সদা জাগ্ৰত হৈ থাকিবলৈ আহ্বান জনায়। গুৱাহাটীৰ ঘটনাৰ প্ৰসঙ্গত তেখেতে কোনো পৰিস্থিতিতে অধৈৰ্য্য আৰু উত্তেজিত নহ'বলৈ আৰু প্ৰাচীন সাহিত্যৰ বৰভেটিৰ ওপৰত নতুন সাহিত্যৰ সৌধ নিৰ্ম্মাণৰ বাবে অনুকূল পৰিৱেশ গঢ়ি তুলিবলৈ আহ্বান কৰে। পতাকা উত্তোলন অনুষ্ঠান প্ৰায় পাঁচ শতাধিক লোকৰ উপস্থিতি পূৰ্বৰ অধিবেশনসমূহৰ তুলনাত নিসন্দেহে 'ৰেকৰ্ড যোগ্য।'

## প্ৰদৰ্শনীৰ দুৱাৰ মুকলি

৮-৩০ বজাত প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰি লব্ধপ্ৰতিষ্ঠ সাহিত্যিক, ৰাজনীতিবিদ্, সংসদী সদস্য শ্ৰীহেম বৰুৱাই জাতিৰ ঐতিহ্যৰ 'লগত সংগতি ৰাখি ভৱিষ্যতৰ সংহত জীৱন গঢ়ি তোলাত জাতীয় প্ৰদৰ্শনীৰ প্ৰয়োজনীয়তাৰ কথা কয়। ভাষণ প্ৰসঙ্গত গুৱাহাটীৰ ঘটনাৰ উল্লেখ কৰি এনে ধ্বংসাত্মক কাৰ্য্যৰ গৰিহণা দিয়ে আৰু অসমৰ এই সঙ্কট কালত স্থিৰ বিবেচনা বুদ্ধিৰে আগবাঢ়িবলৈ আহ্বান জনায়। চমু ভাষণান্তত দুৱাৰ মুকলি কৰা হয় আৰু হাজাৰ-বিজাৰ দৰ্শকেৰে প্ৰদৰ্শনী মণ্ডপ উপচি পৰে।

## স্মৃতি তৰ্পণ

৯ বজাত পতাকা বেদীৰ কাষতে আয়োজন কৰা হয় স্মৃতি

তর্পণৰ। এইটি নতুন অনুষ্ঠানে তেজপুৰীয়া বাইজৰ সাহিত্য-সেৱীৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধাৰ অন্যতম নিদৰ্শন দাঙি ধৰিলে। কমলাকান্ত ভট্টাচাৰ্য্য, লম্বোদৰ বৰা, দণ্ডিনাথ কলিতা, পদ্মনাথ গোহাঁঞিবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দ চন্দ্ৰ আগৰৱালা, লক্ষ্মীধৰ শৰ্ম্মা, জ্যোতি প্ৰসাদ আগৰৱালা আদি নমস্য সাহিত্য-শিল্পসেৱীৰ প্ৰতিকৃতিৰ লগতে যোৱা বছৰটোত স্বৰ্গী হোৱা অসম সাহিত্য সভাৰ তিনিগৰাকী সভাপতি অম্বিকাগিৰি ৰায়চৌধুৰী, ৰঘুনাথ চৌধুৰী আৰু নকুল চন্দ্ৰ ভূঞাৰ প্ৰতিকৃতি বৃত্তাকাৰে ৰাখি, ধূপ-দীপ জ্বলাই সজোৱা হয়। প্ৰবীণ সাহিত্যিক শ্ৰীমহাদেৱ শৰ্ম্মাই মঙ্গলাচৰণম্ কৰে আৰু প্ৰতিকৃতি সমূহত পুষ্পাঞ্জলি দিয়ে। বিভিন্ন অনুষ্ঠানৰ হৈয়ো পুষ্পাঞ্জলি অৰ্পণ কৰা হয়।

## আলোচনা চক্ৰ

৯-৩০ বজাত মূল সভামণ্ডপতে আয়োজিত হয় আলোচনা চক্ৰৰ। প্ৰথিতযশা পণ্ডিত ডঃ যোগীৰাজ বসুৰ পৌৰোহিত্যত সম্পন্ন হোৱা এই আলোচনা চক্ৰৰ বিষয় আছিল "শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা।" প্ৰায় তিনি হাজাৰতকৈও অধিক শ্ৰোতাৰ সমাবেশত আৰম্ভ হোৱা এই চক্ৰৰ আলোচনাত অংশ গ্ৰহণ কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনৰ কলেজ সমূহৰ পৰিদৰ্শক ডঃ প্ৰসন্ন কুমাৰ গোস্বামীয়ে প্ৰণিধানযোগ্য তথ্য আৰু যুক্তিৰে পৰিপূৰ্ণ এখনি ভাষণ পাঠ কৰে। ডঃ গোস্বামীয়ে দেখুৱায় যে মাতৃভাষাৰ অবিহনে কোনো শিক্ষাই সম্পূৰ্ণ হব নোৱাৰে। আঞ্চলিক ভাষাক আমাৰ বিশ্ববিদ্যালয় সমূহত মাধ্যম কৰিলে কেনেকুৱা সমস্যাৰ সম্মুখীন হব লাগিব আৰু এই সমস্যা সমূহেনো কেনেকৈ সমাধান কৰিব পৰা যাব তাকো বিস্তৃত ভাৱে বিশ্লেষণ কৰি দেখুৱায়। গুৱাহাটী মেডিকেল কলেজৰ অধ্যক্ষ ডঃ সুৰেন্দ্ৰনাথ শৰ্ম্মায়ো ভাষণ দি আঞ্চলিক ভাষাক মাধ্যম কৰাৰ প্ৰয়োজনীয়তাৰ কথা



কয়। তেঁখেতেও উত্তৰ হ'ব পৰা সমস্যা সমূহৰ প্ৰসঙ্গ উত্থাপন কৰি কয় যে এই বিষয়ত অন্যান্য ভাষাৰ লগত সমতা ৰাখি শব্দ গ্ৰহণ কৰি আগবাঢ়িব লাগিব। সভাপতি ডঃ যোগীৰাজ বসুৱে মাতৃভাষাৰ যোগেদি শিশুৰ মানসিক বিকাশ কেনে দ্ৰুত গতিত হব পাৰে তাৰ দৃষ্টান্ত দি এটি সুচিন্তিত ভাষণ দিয়ে। অধ্যক্ষ মহেশচন্দ্ৰ দেৱগোস্বামী আৰু নলিনী শৰ্ম্মায়ো আলোচনাত অংশ গ্ৰহণ কৰে। ১১-৪৫ বজাত এই আলোচনা চক্ৰৰ সামৰণি পৰে।

## মুকলি অধিবেশন

মুকলি অধিবেশন আৰম্ভ হোৱাৰ আগে আগে সভামণ্ডপ লোকে লোকাৰণ্য হৈ পৰিল। কেৱল অসমীয়া ভাষীসকলেই নহয়, তেজপুৰবাসী সকলো ধৰ্ম্ম-সম্প্ৰদায়ৰ লোকে সভামণ্ডপ দল্-দোপ-হেন্দোলদোপ কৰি তুলিলে। তেজপুৰৰ বয়োবৃদ্ধ লোকৰ মতে স্মৰণ কালত তেজপুৰত ইমান বিশাল জনতাৰ সমাৱেশ কেতিয়াও হোৱা নাছিল।

১২-৪৫ বজাত চাকিটি হাউচৰ পৰা ফুল-পাতেৰে সজোৱা এখন খোলা জীপত সভাপতি শ্ৰীৰবাদেৱক লৈ, ৯টা হাতী, গায়নে-বায়নে আৰু হাজাৰ-বিজাৰ লোকৰ এটি বিৰাট সমদলে নগৰ পৰিভ্ৰমণ কৰা দৃশ্য আছিল সচাঁকৈ চকুত লগা। এজন জাতীয় লেখকক, ভাষা প্ৰাণ, জাতি প্ৰাণ এজন সাহিত্যিকক এটা জাতিয়ে ইয়াতকৈ আৰু কি বাহ্যিক সন্মান দেখুৱাব পাৰে? ১-২৫ বজাত সভাপতিক মণ্ডপলৈ আদৰি অনাৰ লগে লগে সভামণ্ডপত সমবেত পোন্ধৰ হাজাৰতকৈয়ো অধিক লোকে থিয় হৈ সন্মান জ্ঞাপন কৰে আৰু তিৰোতাসকলৰ সমবেত উৰুলি ধ্বনিয়ে সভাঘৰ কঁপাই তোলে। সভাপতিক মঞ্চলৈ আদৰি অনা হৈছিল আৰু লগে লগে আৰম্ভ হৈছিল অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশতম্ মুকলি অধিবেশনৰ

কাৰ্য্য-সূচী। সভাপতি মঞ্চত উপবিষ্ট হোৱাৰ লগে লগে সমবেত কণ্ঠত বাজি উঠিল, "চিৰ চেনেহী মোৰ ভাষা জননী" এই উদ্বোধনী গীত। সভাপতিৰ লগত মঞ্চত দেখা গৈছিল সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সৰ্ব্বশ্ৰীবেণুধৰ শৰ্ম্মা, অতুলচন্দ্ৰ হাজৰিকা আৰু বিনন্দ চন্দ্ৰ বৰুৱাক। লগতে আছিল প্ৰবীণ সাহিত্যিক মহাদেৱ শৰ্ম্মা, বিষ্ণু প্ৰসাদ ৰাভা, হেম বৰুৱা, বিজয় চন্দ্ৰ ভাগৱতী, জীৱেশ্বৰ গোস্বামী, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, অমিয় কুমাৰ দাস, ডঃ মহেশ্বৰ নেওগ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীকমলাপ্ৰসাদ আগৰৱালা আদি বিশিষ্ট ব্যক্তিসকল।

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ আহ্বানক্ৰমে প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাই সভা উদ্বোধন কৰি অসমীয়া ভাষা সাহিত্যৰ সৰ্বতোমুখী বিকাশৰ বাবে অনুকুল পৰিৱেশ গঢ়ি তুলিবলৈ আহ্বান জনায়। শ্ৰীহাজৰিকাই কয় যে জাতীয় সাহিত্যৰ প্ৰতি, জাতীয় শিল্পৰ প্ৰতি শ্ৰদ্ধা অবিহনে কোনেও জাতিৰ মানসিক বিকাশ সম্ভৱপৰ কৰি তুলিব নোৱাৰে। ভাষণ প্ৰসঙ্গত তেখেতে সাম্প্ৰতিক অসমীয়া জাতিৰ সন্মুখত দেখা দিয়া সমস্যাৰ কথা উল্লেখ কৰি সুচিন্তিত পথ লবলৈ আহ্বান জনায় আৰু ৩৫ তম্ তেজপুৰ অধিবেশনৰ সফল সম্পন্নতা কামনা কৰি সভাৰ আনুষ্ঠানিক উদ্বোধন সম্পন্ন কৰে।

উপসভাপতি ডঃ মহেশ্বৰ নেওগে সভাপতি শ্ৰীযুত বৃৰাদেৱক আনুষ্ঠানিক ভাবে সভাপতিৰ আসনলৈ আহ্বান কৰে আৰু অভ্যঃ সঃ সভাপতিয়ে সমৰ্থন কৰি মাল্য প্ৰদান কৰে। সমবেত জনতাৰ হাত চাপৰি আৰু সম্বৰ্দ্ধনাসুচক ধ্বনিৰ মাজত সভাপতিয়ে আসন গ্ৰহণ কৰি, তেখেতক এনে সন্মানৰ অধিকাৰী কৰাৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰে আৰু সভা পৰিচালনাৰ বাবে সদৌৰে সহযোগিতা কামনা কৰে।

## শোক প্ৰস্তাৱ

অধিবেশন আৰম্ভ হোৱাৰ লগে লগে অসম সাহিত্য সভাৰ



চলিত বছৰৰ সভাপতি নকুলচন্দ্ৰ ভূঞা, প্ৰাক্তন সভাপতি অম্বিকাগিৰি ৰায়চৌধুৰী আৰু ৰঘুনাথ চৌধুৰী, দৈৱচন্দ্ৰ তালুকদাৰ; প্ৰমথ নাথ চক্ৰৱৰ্ত্তী, গোপাল চন্দ্ৰ গোস্বামী, ইন্দ্ৰকমল বেজবৰুৱা, যোগীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, ৰত্নাকুমাৰী বাজখোৱানী, গিৰীশ দাস, গঙ্গাৰাম দাস, ৰূপনাথ ব্ৰহ্ম আদি লোকসকলৰ বিয়োগত এটি শোক প্ৰস্তাৱ সভাপতিৰ আসনৰ পৰা দাঙি ধৰা হয় আৰু সমবেত সকলোটিয়ে দুই মিনিট থিয় হৈ মৌন ভাৱে মৃতকসকলৰ আত্মাৰ চিৰশান্তিৰ বাবে প্ৰাৰ্থনা জনায়।

**শুভেচ্ছাবাণী :** অসম সাহিত্য সভাৰ ৩৫ তম্ অধিবেশন সফলতা কামনা কৰি ডঃ ৰাধাকৃষ্ণণ, শ্ৰীশ্ৰীপ্ৰকাশ, লোকনাথ ভট্টাচাৰ্য্য; মহেন্দ্ৰনাথ হাজৰিকা, মিত্ৰদেৱ মহন্ত, শ্ৰীধৰ্ম্মবীৰ, সত্যনাৰায়ণ সিন্‌হা, লক্ষ্মীনাথ ফুকন, দণ্ডিৰাম দত্ত, লক্ষ্মীপ্ৰসাদ গোস্বামী, হৰেকৃষ্ণ মহতাব, মেজৰ জেনেৰেল এন, দাস, মথুৰানাথ গোস্বামী, নলিনীবালা দেৱী; কালী চৰণ পাল, কে, বি, কানুগা, হৰেশচন্দ্ৰ ভট্টাচাৰ্য্যই দিয়া চিঠি আৰু তাঁৰবাৰ্ত্তা সহকাৰী সম্পাদক শ্ৰীনগেন শইকীয়াই পাঠ কৰে। প্ৰাক্তন সভাপতি শ্ৰীনীলমণি ফুকন তেজপুৰলৈ আহি অসুস্থতাবশতঃ অধিবেশনলৈ আহিব নোৱাৰি অসুখীয়া গাৰেই লিখি পঠোৱা শুভেচ্ছামূলক সৰু কবিতা এটিও পাঠ কৰা হয়।

অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীকমলাপ্ৰসাদ আগৰৱালাই সভাপতিকে প্ৰমুখ্য কৰি সাহিত্যিক, শিল্পী, সাহিত্যসেৱী আৰু সাহিত্যপ্ৰেমী ৰাইজক স্বাগতম্ জনাই এটি ভাষণ পাঠ কৰে। শ্ৰীআগৰৱালাই তেজপুৰৰ পুৰণি ঐতিহ্যৰ কথা সোঁৱৰে আৰু কেনেকৈ তেজপুৰৰ কবি-শিল্পী, কথাসাহিত্যিক, চিত্ৰকৰ, নৃত্যবিদ, গায়ক আদি সুকুমাৰ কলাসেৱীসকলে বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰে পৰা অসমীয়া সুকুমাৰ কলাৰ ভঁৰাললৈ যথাযোগ্য বৰঙণি যোগাই আহিছে সেই কথাও উল্লেখ কৰে। ভাষণ প্ৰসঙ্গত শ্ৰীআগৰৱালাই অসমৰ পৰ্ব্বত-ভৈয়ামৰ বিভিন্ন জাতি উপ-

জাতিৰ মাজত সমন্বয় আৰু সম্প্ৰীতি স্থাপনা কৰি বৃহৎ অসমীয়া জাতি গঠনত অসমীয়া ভাষাই যোগাই অহা অৱদানৰ কথা উল্লেখ কৰি কয় যে সাম্প্ৰতিক কালত অসমীয়া ভাষাৰ "পূৰ্ব্বৰ মৰ্য্যাদা আৰু বিকাশৰ অৱকাশত ব্যাঘাত পৰিছে বুলি আশঙ্কা হৈছে।" এই মৰ্য্যাদা অক্ষুণ্ণ ৰখাত সাহিত্য সভাৰ লগতে অসমৰ সকলো সাংস্কৃতিক অনুষ্ঠান আৰু ৰাইজৰ গভীৰ দায়িত্ব থকাৰ কথাও সঁকিয়াই দিয়ে। অসমীয়া সাহিত্যৰ বিকাশ সাধনৰ বাবে ব্ৰতী হ'বলৈ লেখকসকলক মানসিক প্ৰেৰণা আৰু আৰ্থিক সহায় আগবঢ়োৱাৰ ওপৰত গুৰুত্ব দিয়ে। শ্ৰীআগৰৱালাই ভাষণৰ সামৰণিত অভ্যৰ্থনাৰ ত্ৰুটী বিচ্যুতিৰ বাবে ক্ষমা প্ৰাৰ্থনাৰে কয়, "আপোনালোকক অভ্যৰ্থনা জনাবলৈ ভোগৰ সামগ্ৰীৰ অভাৱ হলেও, অন্তৰৰ সামগ্ৰী-স্নেহ প্ৰীতি আগবঢ়ালো।"

অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণান্তত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীহৰিপ্ৰসাদ নেওগে সম্পাদকৰ বাৰ্ষিক প্ৰতিবেদন দাঙি ধৰে। শোক তৰ্পণেৰে আৰম্ভ কৰা প্ৰতিবেদনত সম্পাদকে যোৱা বছৰৰ বিস্তৃত খতিয়ান দাঙি ধৰে। সাহিত্য সভাৰ প্ৰচাৰ, সংগঠন, প্ৰকাশন আদিৰ উপৰিও ৰাজ্য পুনৰ গঠন, ৰাজ্য ভাষা প্ৰয়োগ, বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম প্ৰবৰ্ত্তন আদি বিষয়ত সাহিত্য সভাৰ নীতি আৰু কৰ্ম্মসূচীৰ বিৱৰণ দিয়ে।

এটি গীতৰ অন্তত ৩৫ তম্ অধিবেশনৰ সভাপতি বয়োবৃদ্ধ, জ্ঞানোবৃদ্ধ সাহিত্যিক, চিন্তাবিদ শ্ৰীজ্ঞাননাথ বৰা ডাঙৰীয়াই ভাষণ দান কৰিবলৈ লয়। প্ৰায় পোন্ধৰ হাজাৰতকৈও অধিক দৰ্শক শ্ৰোতাৰে চাৰ্চফিল্ড উপচি পৰে। গতানুগতিক ভাবে তেখেতে স্থান-মাহাত্ম্য বা ঐতিহ্যৰ কথা ন'কৈ, ভাসা-সাহিত্য সংস্কৃতিৰ ঐতিহাসিক বা পুৰাতাত্ত্বিক তথ্য উৎথাপন নকৰি কয় "বৰ্ত্তমান আমাৰ দেশৰ ৰাজনৈতিক অৱস্থাত আমাৰ সাহিত্য কি ভাৱে ৰচনা কৰিলে ই নিজৰ অস্তিত্ব ৰক্ষা কৰি দেশৰ ইমূৰৰ পৰা



সিমূৰলৈ বিয়পি অসমীয়া জাতিক শক্তিমন্ত কৰিব পাৰে এই বিষয়ে এই ভাষণত আলোচনা কৰাটো অসম সাহিত্য সভাৰ সভাপতিৰ মূল কৰ্ত্তব্য বুলি ভাবিছোঁ।" বৃটিছ শাসনৰ পূৰ্ব্বলৈকে ৰচিত অসমীয়া সাহিত্যৰ সম্যক সমালোচনাৰ প্ৰয়োজনীয়তা, বৃটিছ ৰাজত্বত ৰচিত অসমীয়া ভাষা-সাহিত্যৰ ৰূপৰ পৰিবৰ্ত্তন; কাৰণ আৰু স্বাধীনতা লাভৰ লগে লগে দেখা দিয়া অসমীয়া ভাষা-সাহিত্যৰ সমস্যাসমূহক বাস্তৱ দৃষ্টিকোণৰ পৰা কৰা পুংখানুপুংখ আলোচনাই তেখেতৰ ভাষণত ঠাই পায়। বিশুদ্ধ সাহিত্যৰ উপৰিও বিজ্ঞান কাৰীকৰী বিজ্ঞান, চিকিৎসা বিজ্ঞান, অৰ্থনীতি, ৰাজনীতি ইত্যাদি সকলো বিষয়ৰ ওপৰত গ্ৰন্থপ্ৰণয়নৰ প্ৰয়োজনীয়তা আৰু ক্ষেত্ৰ বিশেষে উপযুক্ত লোকৰ হতুৱাই অনুবাদ কৰোৱাৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব দিয়ে। অসমৰ আৰু অসমীয়া মানুহৰ উন্নতি সাধন সম্ভৱ হব সকলো দিশৰ জ্ঞান অৰ্জনৰ দ্বাৰাহে। নিজৰ ভাষাৰ মাধ্যমেৰে সেই জ্ঞান আৰ্জিবলৈ ব্যৱস্থা নকৰিলে, অসমীয়া ভাষাই কেৱল বিশুদ্ধ সাহিত্যৰাজিৰে নিজকে দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিব নোৱাৰিব। অসমলৈ ভগনীয়াৰ সোঁতে আন ৰাজ্য সমূহৰ মানুহে আহি পতা উপনিৱেশে আৰু অসমৰ বেপাৰ-বাণিজ্য, উদ্যোগ এই সকলোবোৰ তেনে লোকৰ হস্তগত হোৱাৰ বাবে অসমত অসমীয়া মানুহৰ বিপত্তিৰ সীমা নোহোৱা হৈছে বুলি তেখেতে আক্ষেপ কৰে।' জাতিক জীয়াই ৰাখিবলৈ হলে ভাষাক শক্তিশালী, চহকী আৰু সাহিত্যিক ঐশ্বৰ্য্যশালী কৰি তুলিব লাগিব। অসমীয়া ভাষা-সাহিত্যৰ সেৱকসকলৰ সন্মুখলৈ অহা এই প্ৰত্যাহ্বান গ্ৰহণ কৰি অবিৰাম সংগ্ৰাম কৰি যাবলৈ আহ্বান কৰি, সভাপতিয়ে ভাষণৰ সামৰণি মাৰে। বিপুল হৰ্ষধ্বনিৰ মাজত সভাপতিয়ে ভাষণ অন্ত কৰাৰ পাচত এটি ৰৰগীতেৰে প্ৰথম দিনাৰ মুকলি সভাৰ অন্ত পেলোৱা হয়।

## সাংস্কৃতিক কাৰ্য্য-সূচী

সন্ধ্যাৰ লগে লগে চাৰ্চফিল্ডলৈ জনতাৰ অবিৰাম সোঁত ববলৈ ধৰিলে। বিৰ দি বাট পাবলৈ নাইকিয়া হ'ল। জাহ্নুৰাবীৰ জাৰকো নেওচি সাংস্কৃতিক অনুষ্ঠান চাবলৈ হাজাৰ হাজাৰ দৰ্শকৰ সমাৱেশ ঘটিল। ৭-৩০ বজাৰ লগে লগে নিকামুল সত্ৰাধিকাৰ শ্ৰীগহন চন্দ্ৰ গোস্বামীৰ পৰিচালনাত 'পাৰিজাত হৰণ' অঙ্কীয়া ভাওনা আৰম্ভ হ'ল। সম্পূৰ্ণকৈ পুৰণি ঐতিহ্য বহন কৰি প্ৰদৰ্শন কৰা এই অঙ্কীয়া ভাওনা, নিসন্দেহে আকৰ্ষণীয় আৰু মনোগ্ৰাহী হৈছিল।

## বিষয় বাছনি সভা

গধূলি ৮-৩০ বজাৰ লগে লগে প্ৰতিনিধিসকল "ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা ভৱন"লৈ যাবলগীয়া হ'ল বিষয়-বাছনি সভাত যোগ দিবৰ কাৰণে। সভাপতি শ্ৰীজ্ঞাননাথ বৰা ডাঙৰীয়াৰ, সভাপতিত্বতে বিষয়-বাছনি সভাৰ ২য় বৈঠক অনুষ্ঠিত হ'ল। প্ৰাক্তন সভাপতি শ্ৰীঅতুল হাজৰিকা, শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা প্ৰমুখ্যে বিশিষ্ট লোকসকলেও এই সভাত যোগদান কৰে। বিষয় বাছনি সভাই গুৱাহাটীত সংঘটিত সমাজদ্ৰোহী কাৰ্য্যক গৰিহণা দি এটি প্ৰস্তাৱ গ্ৰহণ কৰিলে। মুকলি সভাত গ্ৰহণ কৰিবলৈ লোৱা আন প্ৰস্তাৱ সমূহত আছিল— অসমৰ পুনৰ গঠন সম্পৰ্কত সাহিত্য সভাৰ পূৰ্বৰ সিদ্ধান্ত দোহাৰি মেহতা আয়োগৰ পৰামৰ্শ গ্ৰহণৰ বাবে চৰকাৰক দাবী জনোৱা, ভাষা আইন অমান্য কৰি অসম আৰু নগাভূমি উচ্চন্যায়ালয়ৰ মুখ্য ন্যায়াধীশে দিয়া বিজ্ঞপ্তি পৰিহাৰৰ বাবে জনোৱা দাবী আৰু অসমৰ দুয়োটা বিশ্ববিদ্যালয়তে স্নাতকোত্তৰ শ্ৰেণী পৰ্য্যন্ত শিক্ষাৰ মাধ্যম অসমীয়া কৰিবলৈ জনোৱা দাবী। শাখা সভা আৰু সাহিত্য সভাৰ সভ্যসকলৰ পৰা অহা বিভিন্ন পৰামৰ্শসমূহো আলোচিত হয় আৰু প্ৰয়োজনীয় পৰামৰ্শ সমূহৰ কাৰ্য্যকৰীকৰণৰ সিদ্ধান্তও গ্ৰহণ কৰা হয়।



অসম সাহিত্য সভাৰ নিয়মাৱলীৰ পৰিবৰ্ত্তন সাধন কৰিবলৈ শাখাসভাসমূহৰ পৰা অহা প্ৰস্তাৱ আৰু সংশোধনীসমূহ দাঙি ধৰা হয়। বিস্তৃত ভাৱে আলোচনা কৰাৰ পিচত কেৱল ৫ম ছেদৰ ২৮নং বিবিধ সংশোধনী গ্ৰহণ কৰা হয় আৰু কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ কোনো সদস্য বিশেষ অৱস্থাৰ পৰিপ্ৰেক্ষিতত তিনি বছৰতকৈ অধিক কাল নিৰ্ব্বাচিত হ'ব পাৰিব, এনে সংশোধনী গ্ৰহণ কৰা হয়।

পুৰণি কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ কাৰ্য্যকাল অন্ত পৰাত নতুন কাৰ্য্যনিৰ্ব্বাহক সমিতি গঠনৰ বাবে প্ৰতিনিধিবৰ্গই সদস্যৰ নাম আগবঢ়ায়। উপ সভাপতি পদৰ বাবে ডঃ মহেশ্বৰ নেওগ আৰু অধ্যক্ষ মহেশচন্দ্ৰ দেৱগোস্বামীৰ মাজত প্ৰতিদ্বন্দ্বিতা হয় আৰু ডঃ নেওগে ১৩ টা ভোট বেছিকৈ পাই উপসভাপতি নিৰ্ব্বাচিত হয়। প্ৰধান সম্পাদকৰ বিষয়ৰ বাবে একেৰাহে চতুৰ্থ বাৰৰ বাবে বিনাপ্ৰতিদ্বন্দ্বিতাই নিৰ্ব্বাচিত হয় শ্ৰীহৰিপ্ৰসাদ নেওগ। ধনভঁৰালী আৰু পত্ৰিকা সম্পাদক নিৰ্ব্বাচিত হয় ক্ৰমে শ্ৰীদেৱপ্ৰসাদ বৰুৱা আৰু শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা। কাঃ নিঃ সমিতিৰ বাকী ১৬ জন সদস্য পদৰ বাবে প্ৰস্তাৱিত ৮৫ জন সদস্যৰ মাজৰ পৰা ১৬ জনক মনোনয়ন কৰি লবলৈ সভাপতি, উপসভাপতি, প্ৰধান সম্পাদক শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা আৰু শ্ৰীহেমন্তকুমাৰ শৰ্ম্মাৰে গঠিত পাঁচজনীয়া সমিতি এটিক ভাৰ দিয়া হয়। এই সমিতিয়ে পিচদিনা ক্ৰমে চৈয়দ আব্দুল মালিক, মহেশচন্দ্ৰ দেৱগোস্বামী, নগেন শইকীয়া, নন্দ তালুকদাৰ, যতীন গোস্বামী, প্ৰফুল্ল বৰুৱা, শ্ৰীকুমাৰ মেধি, হৰিমোহন সৰকাৰ, দেবেন্দ্ৰ লাল মান, শ্ৰীমতী অমিয়া চক্ৰৱৰ্ত্তী, হেৰম্ব বৰদলৈ, ধৰ্ম্মকান্ত গোহাঁই, হৰিনাথ শৰ্ম্মাদলৈ, শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীৰংবং টেৰাং, প্ৰফুল্ল দত্ত এই কেইজনক নিৰ্ব্বাচন কৰে।

ৰাতি ২-৩০ বজাত বিষয় বাছনি সভাৰ ২য় আৰু শেষ বৈঠকৰ

সামৰণি পৰে। প্ৰধান সম্পাদকে সভ্যসকলক ধন্যবাদ জনায় আৰু সভ্যসকলৰ ফালৰ পৰাও প্ৰধান সম্পাদকক যোৱা বছৰৰ কাৰ্য্য-সম্পাদনাৰ বাবে ধন্যবাদ জ্ঞাপন কৰে।

## বুৰঞ্জী সন্মিলন

২৮ জানুৱাৰীৰ দিনা পুৱা ৮ বজাত মূল সভা মণ্ডপতে বহে বুৰঞ্জী শাখাৰ সন্মিলন। এই সন্মিলনত সভাপতিত্ব কৰে অৱসৰপ্ৰাপ্ত অধ্যক্ষ, বুৰঞ্জী লেখক শ্ৰীগুণগোবিন্দ দত্তদেৱে। সভাপতিক মঞ্চলৈ আগবঢ়াই অনাৰ লগে লগে এটি গীতেৰে কাৰ্য্য-সূচী আৰম্ভ কৰা হয়।

সভাপতি শ্ৰীদত্ত ডাঙৰীয়াই তেখেতৰ ভাষণত অসম বুৰঞ্জীৰ এটি আলচ আগবঢ়ায় আৰু ভাৰতৰ ইতিহাসৰ লগত অসমৰ সম্পৰ্কৰ বিষয়ে আলচ কৰে। তদুপৰি কেনেকুৱা কাৰণবশতঃ ৰাজ্যৰ মাজত ভাঙন হয় বা কি উপায়েৰে এই ভাঙন ৰোধ কৰিব পাৰি সেই সম্পৰ্কেও বুৰঞ্জীৰ দৃষ্টান্তৰে ইঙ্গিত দিয়ে। ভাষণ প্ৰসঙ্গত তেখেতে কয়, "বৰ্ত্তমান যিদৰে অতীতৰ ওপৰত নিৰ্ভৰশীল, সেই দৰে ভৱিষ্যতো বৰ্ত্তমানৰ ওপৰত নিৰ্ভৰশীল।" তেখেতে কয়, "চেষ্টা আৰু দীৰ্ঘ দৃষ্টিৰে আমাৰ গণতন্ত্ৰক শক্তিমন্ত কৰি ৰাখিব লাগিব।" এই সন্মিলনত প্ৰায় দুহাজাৰতকৈও অধিক লোকৰ সমাৱেশ অন্যতম উল্লেখনীয় দিশ আছিল। সভাপতিৰ উপৰিও অধ্যক্ষ সদানন্দ চলিহা, শিল্পী বিষ্ণু প্ৰসাদ ৰাভা দুয়ো দুটি তথ্যপূৰ্ণ সাৰুৱা ভাষণ দান কৰে। অধ্যাপিকা স্বৰ্ণলতা বৰুৱা আৰু শ্ৰীহৰ কান্ত দাসেও আলোচনাত অংশ গ্ৰহণ কৰে। মৃতকসকলৰ সম্পৰ্কে এটি চমু ভাষণ দিয়ে শ্ৰীবীৰধৰ দাসে।

## দ্বিতীয় দিনাৰ মুকলি অধিবেশন

৩৫ তম্ অধিবেশনৰ ২য় দিনাৰ মুকলি অধিবেশন আৰম্ভ



হয় ১-২০ বজাত। সভাপতি শ্ৰীজ্ঞাননাথ বৰা ডাঙৰীয়াক চাৰ্কিট হাউচৰ পৰা আদৰি অনা হয়। সভাপতিৰ লগতে মঞ্চত উপবিষ্ট আছিল প্ৰাক্তন সভাপতি বাগ্মীবৰ শ্ৰীনীলমণি ফুকন, অতুলচন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্ম্মা, বিনন্দ চন্দ্ৰ বৰুৱা, মহাদেৱ শৰ্ম্মা, অমিয় কুমাৰ দাস, কমলাপ্ৰসাদ আগৰৱালা, জীৱেশ্বৰ গোস্বামী, গহন গোস্বামী, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, ডঃ মহেশ্বৰ নেওগ প্ৰমুখ্যে ব্যক্তিসকল। সভামণ্ডপ লোকে লোকাৰণ্য হৈ পৰে। তেজপুৰৰ স্থানীয় সকলো সম্প্ৰদায়ৰ লোকৰ উপৰিও দূৰ-দূৰণিৰ গাৱঁৰ পৰা আৰু বিশেষকৈ চাহ বাগিচা সমূহৰ পৰা অহা বনুৱাসকলৰ সমাবেশ উল্লেখযোগ্য আছিল। ১-২৫ বজাত বিশিষ্ট অতিথি ৰাজ্যপাল শ্ৰীবিষ্ণু সহায়ক মঞ্চলৈ আগবঢ়াই অনা হয় আৰু মাল্যপ্ৰদান কৰা হয়। সভাপতিৰ আহ্বানক্ৰমে ৰাজ্যপালে এটি চমু সৰল ভাষণ দান কৰে। ভাষণ প্ৰসঙ্গত শ্ৰীসহায়ে অসমৰ লগত তেওঁৰ নিবিড় সম্পৰ্কৰ কথা উল্লেখ কৰে। তেওঁ অসমীয়া ভাষা-সাহিত্যৰ বিকাশ আৰু বিস্তাৰৰ ওপৰত গুৰুত্ব দিয়ে আৰু ভাৰতৰ এই পূৰ্ব্বাঞ্চলত অসমীয়াক একমাত্ৰ সংযোগৰক্ষী ভাষা স্বৰূপে মৰ্য্যাদা দানৰ কথা কয়। তেওঁ কয় যে প্ৰত্যেক সৰু সৰু ভাষা বা দোৱানকে বিকাশ লাভৰ সুযোগ দিও অসমত অসমীয়াই একমাত্ৰ সংযোগৰক্ষী ভাষা হোৱাটো বাঞ্ছনীয়। ৰাজ্যপালে নেফাত অসমীয়া প্ৰচলনৰ ওপৰত অধিক গুৰুত্ব দিয়ে।

ভাষণ দানৰ অন্তত ৰাজ্যপালে বিদায় গ্ৰহণ কৰে। প্ৰধান সম্পাদককে প্ৰমুখ্য কৰি কেইবাগৰাকী লোকে ৰাজ্যপালক তোৰণ পৰ্য্যন্ত আগবঢ়ায় থয়গৈ।

## কলা পতাকা

এনে মুহূৰ্ত্ততে প্ৰায় ১৫।২০ জনমান ডেকা ল'ৰাৰ দল এটাই হাতত কলা পতাকা লৈ আকস্মিক ভাৱে ৰাজ্যপালৰ সন্মুখত উপস্থিত

হৈ "অসম অসমীয়াৰ" আদি ধ্বনি তোলে। ৰাজ্যপালে ধৈৰ্য্যেৰে ধ্বনি সমূহ টুকি লয়। প্ৰতিনিধি আৰু দৰ্শকসকল ডেকাদলটোৰ এনে আকস্মিক গহিত কাৰ্য্যত কিছু উত্তেজিত হয় যদিও গুৱাহাটীৰ ঘটনাৰ স্মৰণে আটাইকে সংযত কৰি ৰাখে। উল্লেখযোগ্য ২৬ তাৰিখে ৰাতিৰ পৰাই তেজপুৰত "অসম অসমীয়াৰ" আদি লেখা প্ৰাচীৰ-পত্ৰ আৰু প্ৰচাৰপত্ৰ প্ৰচাৰিত হৈছিল। জিলাৰ উপায়ুক্তই এই বিষয়ত চোকা দৃষ্টি ৰাখিছিল যাতে কোনো অৱস্থাতে অপ্ৰীতিকৰ অৱস্থাৰ সৃষ্টি নহয়।

## বিশিষ্ট ব্যক্তিৰ ভাষণ

খন্তেক বিৰতিৰ পিচতে মুকলি অধিবেশনৰ কাম আৰম্ভ হয়। বিষয় বাছনি সভাত গৃহীত প্ৰস্তাৱ সমূহ ৰাজহুৱা সভাতো গৃহীত হয়। মুকলি সভাত প্ৰাক্তন সভাপতি বাগ্মীবৰ শ্ৰীনীলমণি ফুকনে গুৱাহাটীৰ ঘটনাৰ স্মৰণ কৰি অসমীয়া ডেকা শক্তিক সমাজদ্ৰোহী কাৰ্য্যত লিপ্ত হৈ শক্তিৰ অপচয় নকৰিবলৈ আহ্বান জনাই দিয়া আৱেগময়ী ভাষণে প্ৰত্যেক দৰ্শক শ্ৰোতাৰে অন্তৰ পৰশি গৈছিল।

তেখেতে ভাষণ প্ৰসঙ্গত কয় যে "অসম যদি জীয়াই থাকিব লাগে, পৰ্ব্বত-ভৈয়াম মিলিহে জীয়াই থাকিব পাৰিব।" তেওঁ চৰকাৰৰ নেফা নীতিক সমালোচনা কৰে আৰু এই ক্ষেত্ৰত ভাষা-সাহিত্যৰ সেৱকসকলক পৰ্ব্বতে-কন্দৰে সোমাই ভাষা-সাহিত্যৰ প্ৰচাৰ আৰু প্ৰকাশত আত্মনিয়োগ কৰিবলৈ আহ্বান জনায়।

অসমীয়া ভাষা-সাহিত্য আৰু জাতিৰ সৰ্ব্বতোমুখী বিকাশৰ বাবে বিভিন্ন দিশৰ পৰা আহ্বান জনায় প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা, শ্ৰীবেণুধৰ শৰ্ম্মা আৰু শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাই দিয়া ভাষণো আছিল নিসন্দেহে স্মৰণযোগ্য।

সেইদিনাৰ সভাত উপস্থিত থকা মহাৰাষ্ট্ৰ সাহিত্য সভাৰ প্ৰতিনিধি শ্ৰীপদ যোশীয়ে সাহিত্য-সংস্কৃতিৰ যোগে ভাৰতে কেনেভাৱে সমৰ্থন স্থাপন কৰি আহিছে সেই কথা উল্লেখ কৰি কয় যে প্ৰান্তীয়



ভাষা সমূহৰ যথাযোগ্য মৰ্য্যাদা আৰু বিকাশেহে ভাৰতৰ একক সত্তাক অধিক শক্তিশালী আৰু ঐশ্বৰ্য্যশালী কৰি তুলিব।

প্ৰবীণ সাহিত্যিক শ্ৰীমহাদেৱ শৰ্ম্মাই বিশুদ্ধ সাহিত্যই মানসিক উৎকৰ্ষ সাধনৰ যোগে কেনেকৈ চিত্ত শুদ্ধি কৰে আৰু আনন্দ দান কৰে সেই প্ৰসঙ্গ উল্লেখ কৰি অসমীয়া সাহিত্যৰ সৰ্ব্বাঙ্গীণ বিকাশত আত্মনিয়োগ কৰিবলৈ সাহিত্যসেৱীসকলক আহ্বান কৰে।

সিদিনাৰ সভাত অসম চৰকাৰৰ অন্যতম উপমন্ত্ৰী, একালত সাহিত্য সভাৰ সংগঠনৰ লগত ঘনিষ্ঠ ভৱে জড়িত থকা ব্যক্তি শ্ৰীছত্ৰ গোপাল কৰ্ম্মকাৰে এটি চমু ভাষণত অসমৰ চাহ বাগিচাৰ বনুৱা-সকলৰ মাজত অসমীয়া ভাষাৰ বহুল প্ৰচাৰৰ যোগে তেওঁলোকক অসমীয়া সংস্কৃতিৰ বুকুত সুমাই ল'বলৈ আহ্বান কৰে। চাহ বাগিচাৰ বনুৱাৰ মাজত প্ৰাক্তন সভাপতি নকুলচন্দ্ৰ ভূঞাই কিদৰে ভাওনা-সবাহ আদিৰ আয়োজন কৰি তেওঁলোকৰ বাবে পাঠ্যপুথি ৰচনা কৰি কাম কৰিছিল সেই কথা সোঁৱৰে। তেওঁ বনুৱাসকলৰ সংস্কৃতিক খাচ অসমীয়া সংস্কৃতিৰ ভিতকুৱা কৰি লবলৈ আহ্বান কৰে।

কাছাৰৰ শ্ৰীকুমাৰ মেধিয়ে কাছাৰৰ ভৌগোলিক অৱস্থানৰ কথা উল্লেখ কৰি কয় যে লুইতৰ পাৰৰ অসমীয়া মানুহে কাছাৰৰ খিলঞ্জীয়া অসমীয়াসকলৰ বাবে নাভাবিলে কাছাৰবাসী অসমীয়া ৰাইজৰ বিপত্তিৰ সীমা নাথাকিব।

সমজুৱাৰ বক্তৃতাৰ অন্তত উপ সভাপতি ডঃ মহেশ্বৰ নেওগে পুৰণি কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ হৈ পদত্যাগ কৰে আৰু নতুন কাৰ্য্য-নিৰ্ব্বাহকৰ সদস্যসকলৰ নাম ঘোষণা কৰে।

কাৰ্য্য-সূচীৰ অন্তত সভাপতি শ্ৰীবৰাদেৱে কয় "এনে বিৰাট জনসভা কেৱল ৰাজনীতি বিষয়তহে গোট খোৱা চকুত পৰে, সাহিত্যৰ এনে মহাসভাই জাতিৰ জীৱনী শক্তিৰ পৰিচায়ক।" ৰাইজৰ এনে সহায়-সহযোগ উদ্দীপনাই সাহিত্য সভাক শক্তিশালী কৰি আঁচনিৰ সফলতা লভাত বৰঙণি যোগাব বুলি তেখেতে কয়। তেখেতে

তেজপুৰবাসী ৰাইজলৈ আৰু সদৌ অসমবাসীলৈ অন্তৰভৰা কৃতজ্ঞতা জনাই সামৰণি মাৰে।

অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীআগৰৱালাদেৱে সভাপতিকে প্ৰমুখ্য কৰি সদৌলৈকে শলাগৰ শৰাই আগবঢ়ায় আৰু অভ্যৰ্থনাৰ ক্ৰুটী-বিচ্যুটিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰে। "অ' মোৰ আপোনাৰ দেশ"ৰে ৫-১৫ বজাত মুকলি অধিবেশনৰ অন্ত পেলোৱা হয়।

## স্মৃতি তৰ্পণ

সন্ধ্যা ৫-৩০ বজাত প্ৰাক্তন সভাপতি নকুলচন্দ্ৰ ভূঞাৰ আদ্যশ্ৰাদ্ধ উপলক্ষে স্মৃতি তৰ্পণৰ আয়োজন কৰা হয়। মঞ্চত ভূঞাৰ এটি প্ৰতিকৃতি ৰখা হয় আৰু শ্ৰীমহাদেৱ শৰ্ম্মাই 'মঙ্গলাচৰণ' কৰি পুষ্পাঞ্জলি প্ৰদান কৰাৰ লগে লগে হাজাৰ-বিজাৰ লোকে শ্ৰদ্ধা পৰৱশ হৈ নিৰৱে থিয় দিয়ে।

## সাংস্কৃতিক অনুষ্ঠান

সন্ধ্যা ৭ বজাৰ পৰা আৰম্ভ হয় দ্বিতীয় আৰু শেষ দিনাৰ সাংস্কৃতিক কাৰ্য্য-সূচী। এই সাংস্কৃতিক কাৰ্য্যসূচী উদ্বোধন কৰে কলাবিদ, প্ৰাক্তন সংসদী সদস্য শ্ৰীপ্ৰফুল্ল বৰুৱাই। তেখেতে অসমীয়া সংস্কৃতিৰ ঐতিহ্য আৰু বৈচিত্ৰ্যৰ কথা কয় আৰু সংস্কৃতিসেৱীসকলৰ বৰঙণিৰ কথা সোঁৱৰে। ৰাতিৰ এই অনুষ্ঠানত তেজপুৰ 'সূৰ্য্যোদয় সংঘ'ৰ তৰফৰ পৰা বিশিষ্ট শিল্পী শ্ৰীগজেন বৰুৱাক শৰাই-গামোছাৰে সম্বৰ্দ্ধনা জনোৱা হয়। শিল্পী গৰাকীয়ে পৰ্ব্বত-ভৈয়ামৰ সাংস্কৃতিক মিলনৰ ওপৰত গুৰুত্ব দিয়ে। এই ৰাতিৰ অন্যতম আকৰ্ষণ আছিল শ্ৰীভাৰত লোহাৰৰ প্ৰযোজিত "জ্যোতিৰেখা।" জ্যোতি প্ৰসাদৰ নাটকৰ গীত, কথা, নৃত্যৰে সংযোজনা কৰা আলেখ্যখনি নিসন্দেহে আকৰ্ষণীয় আৰু সুন্দৰ হৈছিল। "ৰঙিলী" নৃত্য-নাটিকাৰ প্ৰদৰ্শনো হৈছিল চিত্তাকৰ্ষক।

এনেকৈয়ে অসম সাহিত্য সভাৰ ৩৫ তম্ অধিবেশনৰ সামৰণি পৰিল। এইকেইদিন তেজপুৰ উখল-মাখল হৈ পৰিছিল। অভ্যৰ্থনা



সমিতিৰ দক্ষতা, তৎপৰতাই অধিবেশনক সফল হোৱাত যোগাইছিল যথাযোগ্য বৰঙণি। অধিবেশন উপলক্ষে অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰা "শোণিত জ্যোতি" আৰু "শোণিতাৰ্ঘ্য" নামৰ স্মৃতি গ্ৰন্থ দুখনিৰ প্ৰকাশো উল্লেখযোগ্য।

দৰাচলতে মূল অধিবেশনৰ লগত তিনিও দিনৰ কাৰ্য্য-সূচীৰে অসম সাহিত্য সভাৰ অধিবেশন সমূহ অসমীয়া মানুহৰ জাতীয় উৎসৱত পৰিণত হৈছে। সেইবাবেই ই কেৱল সাহিত্যিকসকলৰ অনুষ্ঠান হোৱাৰ পৰিবৰ্ত্তে হৈ উঠিছে অসমীয়াৰ এটি জাতীয় অনুষ্ঠান।



# তেজপুৰত "শোণিত" প্ৰৱাহ

শ্ৰীনীলমণি ফুকন

ইতিহাসেও ঢুকি নোপোৱা কালৰ পৰা প্ৰসিদ্ধ শোণিতপুৰ, মাথি এটাও সোমাব নোৱাৰা সুৰক্ষিত বাণ-নগৰীৰ ভগ্নাৱশেষে আজিও য'ত মানুহক; পৰিব্ৰাজকক চুম্বকৰ দৰে টানি নি আছে; সখী চিত্ৰলেখাৰ আলেখ্যত মূৰ্ত্তিমন্ত হৈ উষা পটেশ্বৰীক অনিৰুদ্ধ প্ৰেমৰ প্ৰতীক অনিৰুদ্ধই জীৱন্ত লোকৰ বস্তু হৈ উষাৰ সন্মোহন জন্মাইছিল, দুই পক্ষৰ হৈ হৰি-হৰৰ তুমুল যুদ্ধ ঘটিছিল, যুদ্ধৰ ফলা-ফল হ'ল, উষা-অনিৰুদ্ধ পৰিণয়, হৰি-হৰৰ সংঘৰ্ষত মুষলধাৰে আশীস বৰ্ষণ, প্ৰাক্‌ঐতিহাসিক যুগৰ এইবিলাক স্মৃতি বিজড়িত শোণিতপুৰত, পাছৰ তেজপুৰত, সাংস্কৃতিক গৌৰৱ আৰু সৌৰভ প্ৰাচীন কীৰ্ত্তিকলাপৰ লগত অপূৰ্ব্বৰূপে সংমিশ্ৰিত হৈ, এক নৱোন্মেষ প্ৰতিভাৰ তেজেৰে বৰ্ত্তমানৰ তেজপুৰ যে গঢ়ি তুলিছে তাত আচৰিত হব লগীয়া কোনো কাৰণ নাই ।

শোণিতপুৰৰ উত্তপ্ত শোণিত প্ৰৱাহত উষাৰ ৰাগৰঞ্জিত মুখৰ পোহৰ, ব্ৰহ্মপুত্ৰৰ বুকুত মাৰ যোৱা বেলিৰ হেঙুল-হাইতাল মৰা থালখনিত সন্ধ্যাৰ আৰতি আৱহমান কাল চলি আছে । এই তপ্ত শোণিতৰ প্ৰৱাহত চিৰ চেনেহী ভাষাজননীৰ সুৱদি মাতেৰে কতজন সাংস্কৃতিক পুৰোহিতে ভাষাজননীৰ বেদীত নানা তৰহৰ বাছকবনীয়া কাব্যকাননৰ কুসুমৰাশি অৰ্পণ কৰি আহিছে তাৰ লেখ দিবলৈ গলে অন্ত নপৰিব ।

আজি মনত পৰিছে প্ৰাতঃস্মৰণীয় ভীষ্মপ্ৰতিম হৰিবিলাস আগৰৱালা ডাঙৰীয়ালৈ । তেওঁৰ "গুপ্ত" প্ৰাণত সুপ্ত হৈ থকা কীৰ্ত্তন-দশম; ঘোষা-ৰত্নাৱলীয়ে অসমীয়া জাতিৰ ঘৰে ঘৰে, থাপনাই থাপনাই; নাম-কীৰ্ত্তন কৰিবলৈ প্ৰেৰণা দিয়ে । "চিন্তানলৰ" দাবা-নলত পৰি মহৰ্ষি কমলাকান্তই পুৰিতেই মৰিও অসমীয়া জাতিক



তেওঁৰ অগ্নিময়ী কাপৰ মুখে কাপ্‌ কাপ্‌ কৰি থকা জাতিটোৰ মুখত সঞ্জীৱনীসুধা ঢালি দি থৈ গ'ল । ভাষাজননীৰ শুধ মাত-কথাৰে লম্বোদৰ বৰাই, গুটি ধানৰ দৰে বাছকবনীয়া গদ্য সাহিত্যৰ ভঁড়াল বান্ধি দি থৈ গ'ল । "প্ৰতিমাৰ" খনিকৰ, সাহিত্যৰথীৰ "অভিন্ন হৃদয়", "হেম-মাজু-বেজৰ" মাজুজন, চন্দ্ৰকুমাৰে ইয়াতেই তেওঁৰ "প্ৰতিমাৰ" হেঙুল-হাইতাল মাৰি অসম আকাশৰ "আন্ধাৰত পোহৰ মেলি" "প্ৰতিমাৰ" সৈতে নিজেও অন্তৰ্দ্ধান হ'ল । ভৰলী নৈৰ পানীত "সৰগৰ নিয়ৰৰ" টোপাল সৰুৱাই, তাত সাঁতুৰি-নাদুৰি; "ভাঙনি কোঁৱৰ" আনন্দ চন্দ্ৰ আগৰৱালাই ভৰলীৰ পাৰ ভাঙি স্তম্ভিত কৰিলে । চিত্ৰলেখাই পদুম পাতত আলেখ্য লিখা দৰে; ৰজনী পদ্মপতিয়ে তেওঁৰ প্ৰেৰণাপ্ৰসূত গভীৰ চিন্তাত ভাহি উঠা কাহিনীৰে সীমন্তিনী ভাৰত জননীৰ উত্তৰ-পশ্চিম সীমান্তত কাশ্মীৰৰ দৰে, উত্তৰ-পূৰ্ব সীমান্তত আনখন "ভূস্বৰ্গ" অসমা-সুষমা-কামদা কামৰূপা অসম জননীৰ বাসস্থানেই বুলি আত্মপ্ৰত্যয় জন্মাই থৈ গ'ল । তেজপুৰৰ "পদ্মপুখুৰিৰ" পাৰত "পদ্মকুটীৰ"ত মৰহি নোযোৱা যি পাহ পদুম ফুল ফুলি সৌৰভ বিলালে তাৰ গোন্ধে আজিও অসমীয়াৰ প্ৰাণ আমোদিত কৰি ৰাখিছে । প্ৰাতঃস্মৰণীয় গোহাঁঞী বৰুৱাদেৱে উষা নগৰৰ ভগ্নস্তূপত বহি "উষা"ৰ পোহৰ বিলালে; "বন্তি"গড় জ্বলাই মাতৃভূমি, ভাষাজননীৰ শেষ নিশ্বাস এৰা দিনলৈকে পূজা কৰিলে । জাতিৰ আত্ম চেতনা আনিবলৈ সৰ্ব্ববিধ প্ৰচেষ্টাৰ লগত তেওঁ বান্ধখাই পৰিল । আধুনিক অসমত একৰকম মাৰযোৱা সঙ্গীতৰ সুৰ-লহৰ পুনৰ তোলা, সঙ্গীতৰ ওজা; অসম জীয়াৰী; নৃত্য-উৰ্ব্বশী সুৰ ভাৰতী বিজয় লক্ষ্মীৰ পিতামহ; নামলোৱা মাত্ৰে প্ৰাণত সুৰসঞ্চাৰ কৰা লক্ষ্মীৰাম বৰুৱাদেৱৰ গন্ধৰ্ব্বলোক এই তেজপুৰেই । সিদিনা; চন্দ্ৰনাথ, লক্ষ্মীধৰ, ৰূপকোঁৱৰ জ্যোতিয়ে অসমৰ তৰুণ-শক্তিৰ ৰাজনীতি, সমাজনীতি, সাংস্কৃতিক জীৱনত সাহিত্য-কলাৰ সাধনাত যি আত্মনিয়োগ, আত্মোৎসৰ্গ কৰিলে; সেইকথা অসমৰ

তৰুণশক্তিৰ প্ৰতি ধমনীতে অতৰ্কিতে প্ৰৱাহিত হৈ, বৰ্ত্তমানৰ কিছু-দূৰ সংক্ৰামক দোষিত ৰক্ত শোধন কৰি তুলিব। ৰাভাৰ আভাই আজিও তেজপুৰ কিয়, শিল্পজগতত পোহৰ বিলাবই লাগিছে। "ভূপেন দা"ৰ শিল্প চাতুৰ্য্যই লৰাকালতেই, এই তেজপুৰতেই দ্বৃপ-তীয়া হৈ দেখা দিছিল। কামৰূপ কামাখ্যা গোসাঁনীৰ বেশত ৰূপকোঁৱৰে এই তেজপুৰতেই "জাগা, জাগা" চাৰণ মন্ত্ৰত জাগৃত কৰি তুলিছিল। এইদৰে তেজপুৰৰ স্মৃতিমুখৰ জান-জুবিয়ে আৰু কতজন বিস্মৃত সন্তানৰ নাম সোঁৱৰাই আছে, তাৰ লেখ কোনে দিব? এইদৰে খিলঞ্জীয়া আৰু বহিৰাগত কিমানবিলাক পৰিয়াল এই ঠাইত স্থায়ী ভাবে বসবাস কৰি সকলো ক্ষেত্ৰতে নাম কৰিছে তাক কৈ সমাপ্তি কৰা টান।

আনহাতে, সিদিনা ভাৰতৰ মুক্তি সংগ্ৰামত জীৱন আহুতি দিয়াসকলৰ অগ্ৰগণিয়েও এই তেজপুৰ ৰঞ্জিত কৰি ৰাখিছে। তেজপুৰৰ "আবাল-বৃদ্ধ-বনিতাই" ইয়াত জীৱন আহুতি দিয়াৰ নিদৰ্শন হাবিৰ পশু-পক্ষীয়েও দেখুৱাই আছে। তেওঁলোকৰ অলেখ নাম স্মৰণ কৰিবলৈ মোৰ ক্ষীণকণ্ঠ অপাৰগ। তাৰ সাক্ষী স্বৰূপে আজি বাৰ্দ্ধক্য প্ৰপীড়িত, টোপনিতো দেশৰ কল্যাণৰ স্বপ্ন দেখা, আজন্ম সেৱকৰ ধৰ্ম্ম পালন কৰি দেশ-মাতৃকাৰ সেৱাব্ৰতত ব্ৰতী, চন্দ্ৰনাথ, লক্ষ্মীধৰৰ সোঁহাতে অমিয় কুমাৰ দাস, আমাৰ মাজত শয্যাগত অৱস্থাতো প্ৰেৰণা যোগাই আছে। কনকলতা, তিলক ডেকাক আজি পাহৰণিয়েও পাহৰা টান কথা। যি কোমল প্ৰাণা অসমৰ জীয়াৰীৰ বোৱাৰীয়ে পথাৰত কাচি এৰি "লাল পাগুৰি" যোৱা দেখিলে ঘৰলৈ লৰ মাৰে তাৰে এগৰাকী জীয়াৰীয়ে থানাত কংগ্ৰেছ পতাকা উৰুৱাবলৈ যাওঁতে নিজৰ বুকুৰ তেজেৰে চিপাহীৰ পাগুৰি ৰঙা কৰি পেলালে। ধন্য আজি কনকলতাৰ জন্মস্থান! তেওঁৰ নাৰী শক্তিয়েই আজি গোটেই পঞ্চায়ত "ব্লকটো" কনকলতাৰ চিৰস্মৰণীয় নামত, ভূ দান গ্ৰাম দান যজ্ঞত আহুতি দি সন্ত বিনোৱাৰ আশীস্



লাভ কৰিছে। মহাত্মাৰ পৰিকল্পিত গ্ৰাম স্বৰাজৰ "ৰাম ৰাজ্যৰ" সূচনা এই গ্ৰামদানী গাওঁবিলাকতেই হৈছে বুলি নিষ্ঠাৰে, বিশ্বাসেৰে কব পাৰি। মুক্তিযজ্ঞত আহুতি দিয়া নামে-গামে মহাদেৱ শৰ্ম্মা সাত্বিক শুধ পৰিধান বস্ত্ৰত তেনে এটি একনিষ্ঠ জীৱনৰ পৰিচয় দি উঠি অহা চামৰ মাজত অতৰ্কিতে মহৎ আদৰ্শ দাঙি ধৰিছে। তেওঁলোকে বৰ্ত্তমান সময়ৰ অব্যৱস্থিত চিত্ত লই, সেই আদৰ্শমুখী হৈ চলিব পৰা নাই যদিও, সময় আহিছে তেওঁলোকে সেই অভিমুখে যাত্ৰা কৰিবই লাগিব। গত্যন্তৰ নাই; যদিহে শান্তি, প্ৰগতি, মৈত্ৰী— এই ত্ৰিবেণী সঙ্গমত অৱগাহন কৰাই মানৱ ধৰ্ম্ম। সৰল জীৱন যাপন, উচ্চ চিন্তা, আজিও মানৱজাতিৰ লাহ-বিলাহৰ মাজতো মনে-প্ৰাণে নহলেও বিচৰা বস্তু।

ইয়াৰ আগতে এই ঠাইতে বিহগী কবি ৰঘুনাথ চৌধুৰী ডাঙৰীয়াই সাহিত্য সন্মিলনৰ পবিত্ৰ আসন অলঙ্কৃত কৰি থৈ গৈছে। অসম কেশৰী ৰায়চৌধুৰীৰ, দেশৰ হস্তে আত্মোৎসৰ্গ কৰা কাহিনী তেজপুৰ জেলৰ প্ৰতিছটা ইটাই অঙ্কিত কৰি ৰাখিছে। তেওঁ-ভঙা শিল-গুটিৰে, স্বাধীন অসম জননীয়ে উজুটি নোখোৱাকৈ অহা-যোৱা কৰিবলৈ শিলৰ আলিবাট এদিন বান্ধি দি থৈ গল। আজি এজনাৰ কেতেকী মাতত, আৰু এই মহাভৈৰবৰ পীঠত আনজনাৰ "মা ভৈঃ" ৰৱত অলক্ষিতে এই মহাসমাগম মুখৰিত কৰি তুলিব। শোণিতপুৰৰ তেজ উতলাব পৰা কাহিনী বৰ্ণাই সাহিত্যসেৱীসক-লক অনুপ্ৰেৰণা দিবৰ জোখাৰে মোৰ ফটা কাপৰ শক্তি নাই। ইমানতে মনৰ কথা মনতে মাৰ নিয়াওঁ। এই সন্মিলনত নিজৰ গুৰুভাৰ সগৌৰৱে আন এজন কৃতবিদ্য সাহিত্যিকক সোধাই দি পৰম সন্তোষ লাভ কৰিবলৈ বাট চাই থাকোতেই বৰ্তমানৰ সভাপতি, বুৰঞ্জীবিদ, নাট্য-সাহিত্যৰ সাধক, সমানে লক্ষ্মী-সৰস্বতীৰ কৃপালব্ধ নকুলচন্দ্ৰ ভূঞাদেৱে ইহধাম পৰিত্যাগ কৰে। তেওঁৰ অশৰীৰী আত্মাই এই সন্মিলনৰ গাম্ভীৰ্য্য ৰক্ষা কৰিব। এই বছৰটো অসম

সাহিত্য সভাৰ পক্ষে "এই স্পৰ্শ" যোগ। অগাপিছাকৈ তিনি-জন প্ৰাক্তন সভাপতিয়ে সাহিত্য সভাক একৰকম মাউৰা কৰি এৰি থৈ গ'ল! আজি সন্মিলনে শোকাশ্ৰুৰে তেওঁলোকলৈ তৰ্পণ যাচি মহাযজ্ঞ আৰম্ভ কৰিব।

এই মহাযজ্ঞৰ হোতাসকললৈ মোৰ নমস্কাৰ। এই শুভ মুহূৰ্ত্তত সুচিন্তিত মুখৰুচিকৰ, প্ৰাণপৰিতৃপ্ত অসমীয়া গদ্যৰচনাৰ সাৰথি স্বৰূপ প্ৰাতঃস্মৰণীয় সত্যনাথ বৰাদেৰৰ অন্যতম প্ৰকৃত উত্তৰা-ধিকাৰী অসমপ্ৰাণ; অসমীয়া ভাষাৰ জ্ঞান, মোৰ স্নেহাস্পদ শ্ৰদ্ধা-ভাজন জ্ঞাননাথ বৰাদেৰৰ পৌৰোহিত্যত, এই সন্ধিক্ষণত, চিৰচেনেহী ভাষাজননীৰ চৰণত অসমীয়া জাতিৰ বাঙ্ময় অৰ্চ্চনা সফল হওক— ইয়াকে কামনা কৰিলো। জয়তু ভাষাজননী! বন্দে ব্ৰহ্মবাদিনী !! বন্দে মাতৰম্ !!!*

* মুকলি অধিবেশনত পঠিত।

# অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশ অধিবেশনত
## গৃহীত প্ৰস্তাৱ সমূহ

### ১নং প্ৰস্তাৱঃ

অসম সাহিত্য সভাৰ এই পঞ্চত্ৰিংশ বাৰ্ষিক সন্মিলনে আৰম্ভৰে পৰা সমস্ত ১৯৬৭ চনৰ বছৰটো অসম, তথা ভাৰতক আলোড়িত কৰা অসমৰ পুনৰগঠন সম্পৰ্কীয় প্ৰশ্নটো গভীৰ ভাবে চিন্তা কৰে। পাৰ্ব্বত্য নেতা সন্মিলনৰ পাৰ্ব্বত্য ৰাজ্যৰ দাবীয়েই যে এই আলো-ড়নৰ মূল; সেই কথালৈ সন্মিলনে বিশেষ ভাবে লক্ষ্য ৰাখে আৰু এইটো সুস্পষ্ট কৰি প্ৰকাশ কৰিবৰ বাঞ্ছা কৰে যে অসমৰ স্বায়ত্ত শাসিত জিলাকেইখনৰ সৰ্ব্বসাধাৰণ ৰাইজৰ প্ৰতি অসম সাহিত্য সভাই আন্তৰিকতম শুভেচ্ছা মাত্ৰ প্ৰকাশ কৰে আৰু সিসকলৰ সৰ্ব্বপ্ৰকাৰে উন্নয়ন কামনা কৰে। সভাই নিজেও উপলব্ধি কৰে আৰু পাৰ্ব্বত্য অঞ্চলৰ নেতা আৰু ৰাইজে উপলব্ধি কৰাটোও কামনা কৰে যে অসমৰ আৰু অসমৰ অন্তৰঙ্গ পাৰ্ব্বত্য অঞ্চলৰ সুখ সমৃদ্ধি আৰু শান্তিৰ অৰ্থে ভাৰতৰ পূব প্ৰান্তৰ সৰ্ব্বপ্ৰকাৰে সংহতি সৰ্ব্বতো-ভাবে কামনীয় আৰু এই সংহতিৰ কিঞ্চিত ক্ষতিয়েও চূড়ান্ত বিচাৰত সমস্ত ভাৰতৰ সংহতি আৰু শান্তিৰ সংহত কৰিব পাৰে। অসম সাহিত্য সভাই এইকথা পাহৰিব নোখোজে যে পাৰ্ব্বত্য অঞ্চলৰ ৰাইজ অশেষ মনোৰম গুণৰ অধিকাৰী আৰু অসমৰ বহুজন মিলন সম্ভূত সংস্কৃতিলৈ সিসকলৰ দান ইতিহাসৰ এটি উজ্জ্বল স্বতঃসিদ্ধ।

এই স্পষ্ট পৰিপ্ৰেক্ষিতত অসমৰ ভাষা আৰু সমন্বয়ৰ প্ৰতি বিশেষ ভাবে লক্ষ্য ৰাখি সাহিত্য সংস্কৃতিৰ অনুষ্ঠান অসম সাহিত্য সভাই উপলব্ধি কৰে যে স্বায়ত্ত শাসিত অঞ্চলক সম্ভৱপৰ অধিকতৰ স্বায়ত্ত শাসন দি হলেও অসম ৰাজ্যৰ সংহতি অটুট ৰাখিবলৈ কেন্দ্ৰীয় কৰ্ত্তৃপক্ষক দৃঢ়পৰিকৰ হোৱা নিতান্ত বাঞ্ছনীয়। এই প্ৰসঙ্গত

অশোক মেহতা কমিটীৰ অনুমোদন সমূহেই সমস্যাটিৰ এটি আদৰ্শনীয় সমাধান বুলি সভাই মত প্ৰকাশ কৰে।

প্ৰস্তাৱক : ডঃ মহেশ্বৰ নেওগ
সমৰ্থক : শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা

২নং প্ৰস্তাৱ :

যোৱা ২৬ জানুৱাৰী তাৰিখে গুৱাহাটীত সংঘটিত হোৱা সমাজ বিৰোধী হিংসাত্মক কাৰ্য্যই অসম সাহিত্য সভা তথা অসমৰ সকলো হিতাকাঙ্ক্ষী লোকক উদ্বিগ্ন কৰি তুলিছে। সমাজৰ এনেকুৱা বিশৃঙ্খল আৰু অপ্ৰীতিকৰ পৰিস্থিতি যে সংস্কৃতি আৰু সংহতিৰ পৰিপন্থী সেই বিষয়ে কাৰো দ্বিমত থাকিব নোৱাৰে। এই বিষয়ে চিন্তা কৰি অসম সাহিত্য সভাই এনে কাৰ্য্যৰ পৰা সম্পূৰ্ণ বিৰত থাকিবলৈ সদৌ অসমবাসী ৰাইজৰ ওচৰত অনুৰোধ জনায়।

প্ৰস্তাৱক : শ্ৰীলক্ষী প্ৰসাদ দত্ত
সমৰ্থক : শ্ৰীহৰকান্ত দাস

৩ নং প্ৰস্তাৱ :—

অসম সাহিত্য সভাই অসম আৰু নগাভূমিৰ উচ্চন্যায়ালয়ৰ, পঞ্জীয়কৰ ৬ মাৰ্চ্চ ১৯৬৭ তাৰিখৰ নিম্ন ন্যায়ালয়ৰ ভাষা সম্পৰ্কীয় আধ্যাদেশ পৰ্য্যালোচনা কৰে আৰু এই আধ্যাদেশ স্পষ্টভাবে অসম শাসকীয় ভাষা অধিনিয়মৰ বিধান সংহত কৰা হেতুকে এই আধ্যাদেশখন জাৰি কৰা কাৰ্য্যক তীব্ৰ অসন্তোষ প্ৰকাশ কৰে। এই আধ্যাদেশখনি প্ৰত্যাহাৰ কৰা বুলি নতুন এখনি আধ্যাদেশ জাৰি কৰা বুলি বাতৰি কাকতত যি বাতৰি প্ৰকাশ পাইছে তাত সভা সমূলঞ্চে আশ্বস্ত হব পৰা নাই। এই পৰিস্থিতিত অসম সাহিত্য সভাই উচ্চন্যায়ালয় কৰ্ত্তৃপক্ষই তুৰন্তে ৬ মাৰ্চ্চ আৰু পৰবৰ্ত্তী দুয়োখন অবাঞ্ছনীয় আধ্যাদেশ সম্পূৰ্ণ প্ৰত্যাহৰ কৰাটো দৃঢ়ভাবে দাবী জনায়।



প্ৰস্তাৱক : শ্ৰীখনিন্দ্ৰ চন্দ্ৰ বৰুৱা
সমৰ্থক : শ্ৰীহৰকান্ত দাস

৪ নং প্ৰস্তাৱ :—

আজিৰ সভাই অসমৰ দুয়োখন বিশ্ববিদ্যালয়কে শিক্ষাদানৰ সকলো স্তৰতে অসমীয়া ভাষাক মাধ্যমৰূপে প্ৰৱৰ্ত্তন কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ আহ্বান জনায়। এই সন্দৰ্ভত বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষ সমূহক আৱশ্যকীয় অনুদান দিবলৈ চৰকাৰৰ সভাই অনুদান অনুৰোধ জনাই আৰু আঞ্চলিক ভাষাৰ পূৰ্ণপ্ৰয়োগৰ ক্ষেত্ৰত পাঠ্যপুথিৰ সংকট দূৰ কৰিবলৈ চৰকাৰী শিক্ষাবিভাগ; বিশ্ববিদ্যালয় আৰু অসম সাহিত্য সভাৰ প্ৰতিনিধিৰে এখন সমন্বয়ৰক্ষী সমিতি গঠন কৰি দিবলৈ সভাই চৰকাৰক অনুৰোধ জনায়।

প্ৰস্তাৱক : শ্ৰীযোগেশ দাস
সমৰ্থক : শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱা

## নিয়মাৱলীৰ সংশোধন

অসম সাহিত্য সভাৰ নিয়মাৱলীৰ তলৰ ছেদটি সংশোধিত হ'ল।

পঞ্চম ছেদ : ২৮

কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ কাৰ্য্যকাল এবছৰীয়া হব। একেৰাহে কোনো সভ্য তিনিবাৰৰ অধিক কাল নিৰ্ব্বাচিত হব নোৱাৰিব। সংযোজিত হব :

কোনো বিশেষ পৰিস্থিতিত বিষয়বাছনী সভাৰ দুই তৃতীয়াংশ সভ্যই কোনোলোকক পুনৰ নিৰ্ব্বাচন কৰিব পাৰিব।

গৃহীত হল :

স্বাঃ শ্ৰীজ্ঞাননাথ বৰা
সভাপতি।

২৮ - ১ - ৬৮

—:*:—

# শুভেচ্ছা বাণী

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশ তেজপুৰ অধিবেশনলৈ ৰাজ্যৰ ভিতৰ আৰু বাহিৰৰ নিমন্ত্ৰিত বিশিষ্ট ব্যক্তিসকলে শুভেচ্ছা বাণী পঠাই সভাৰ সাফল্য আৰু অগ্ৰগতিৰ কামনা কৰিছে।

ভাৰতবৰ্ষৰ প্ৰাক্তন ৰাষ্ট্ৰপতি পণ্ডিত ডঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণে লিখিছে— "I wish the function all success."

অসমৰ প্ৰাক্তন ৰাজ্যপাল শ্ৰী শ্ৰীপ্ৰকাশে লিখিছে—

"Wish all success to the functions and every health and joy to those who participate in the same".

ভাৰতৰ অন্যতম প্ৰখ্যাত ৰাজনীতিজ্ঞ ডঃ হৰেকৃষ্ণ মহতাবে লিখিছে— "I wish the function all success. I feel quite at home with the Asam Literary field. I hope you also feel the same way so far as the Oriya literature is concerned. Let us grow together and attain the desired height."

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তই লিখিছে— "শৰীৰৰ অসুখৰ বাবে অধিবেশনত যোগদান দিয়া হেন আনন্দ আৰু সৌভাগ্যৰ পৰা বঞ্চিত হবলগীয়াত পৰিলোঁ। সকলো কাৰ্য্য অতি সুচাৰুৰূপে সম্পন্ন হওক।"

অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী শ্ৰীনলিনীবালা দেৱীয়ে লিখিছে— "জাতিৰ গৌৰৱ বিমণ্ডিত এই জাতীয় সাহিত্যৰ মহা-সভাখনিৰ সৰ্ব্ব দিশ আবৃত কৰা এখনি বিশাল মহাসভালৈ ৰূপা-ন্তৰিত হৈ পৰক।"

সাহিত্য একাডেমীৰ ইংৰাজী শাখাৰ সম্পাদক ডঃ লোকনাথ ভট্টাচাৰ্য্যই লিখিছে— "We wish the session all success. With kind regards,"



পশ্চিম বঙ্গৰ ৰাজ্যপাল শ্ৰীধৰ্ম্মবীৰে জনাইছে—

"Thanks the Asam Sahitya Sabha for their invitation, but regret to attend."

কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীসত্যনাৰায়ণ সিংহই লিখিছে—

"Thanks general secretary, Asam Sahitya Sabha for his kind invitation."

প্ৰবীণ সাহিত্যিক শ্ৰীলক্ষ্মীনাথ ফুকনে লিখিছে—

"সাহিত্য সভালৈ যাবৰ মন থাকিলেও কিছুমান অসুবিধাৰ বাবে যাব নোৱাৰিম। তেজপুৰ অধিবেশন জয় জয়কাৰ হওক।"

গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডঃ মথুৰানাথ গোস্বামীয়ে তাঁৰ-বাৰ্ত্তা পঠাইছে— "Grateful for invitation. Regret inability to attend."

অইল ইণ্ডিয়াৰ জেনেৰেল মেনেজাৰ কে, বি, কানুগা আৰু গুৱাহাটী তেল শোধনাগাৰৰ জেনেৰেল মেনেজাৰ মেজৰ জেনেৰেল এন, দাসেও নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰি জনাইছে।

অসমৰ কৃষি মন্ত্ৰী শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামীয়ে লিখিছে—

"সাহিত্য সভাৰ সন্মিলনত যোগদান দিব নোৱাৰি দুখ পাইছোঁ। আশা কৰোঁ সন্মিলনৰ কাম সুকলমে সমাধা হ'ব।"

অসমৰ কৃষি-উপমন্ত্ৰী শ্ৰীদণ্ডিৰাম দত্তই লিখিছে—

"পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ যাতে শুভকাম সুকলমে সমাধা হয়।"

জেইল বিভাগৰ মন্ত্ৰী শ্ৰীএম, এন, হাজৰীকাই জনাইছে—

"Wish all round success of the Sanmelan and thanks for kind invitation"

কলিকতাৰ পৰা শ্ৰীকালীচৰণ পালে লিখিছে—

"মই এনেকুৱা বিদ্বজন সমাবেশত উপস্থিত হব নোৱাৰাৰ বাবে বেজাৰ পাইছোঁ। দূৰৰ পৰা সন্মেলনৰ সৰ্ব সাফল্য কামনা কৰিছোঁ।"

কবিৰাজ শ্ৰীহৰেশ্চন্দ্ৰ ভট্টাচাৰ্য্যই তাঁৰ-বাৰ্ত্তা পঠিয়াইছে—
"Inability attend annual seating Asam Sahitya Sabha Tezpur due unavoidable circumstances. Highly interested all success present and future."

—:০:—

অসম সাহিত্য সভাৰ নৱ গঠিত কাৰ্য্যনিৰ্ব্বাহক সভা।

সভাপতি : শ্ৰীজ্ঞাননাথ বৰা

উপ-সভাপতি : ডঃ মহেশ্বৰ নেওগ

প্ৰধান সম্পাদক : শ্ৰীহৰিপ্ৰসাদ নেওগ

পত্ৰিকা সম্পাদক : শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা

কোষাধ্যক্ষ : শ্ৰীদেৱপ্ৰসাদ বৰুৱা

সদস্যসকল :— চৈয়দ আব্দুল মালিক শ্ৰীমহেশচন্দ্ৰ দেৱ গোস্বামী
শ্ৰীহৰিনাথ শৰ্ম্মা দলৈ শ্ৰীনগেন শইকীয়া শ্ৰীদেবেন্দ্ৰ লাল মান
শ্ৰীহৰিমোহন সৰকাৰ শ্ৰীপ্ৰফুল্ল বৰুৱা শ্ৰীকুমাৰ মেধি
শ্ৰীযতীন গোস্বামী শ্ৰীনন্দ তালুকদাৰ শ্ৰীধৰ্ম্মকান্ত গোহাঁই
শ্ৰীমতী অমিয়া চক্ৰৱৰ্ত্তী শ্ৰীবং বং টেৰাং শ্ৰীপ্ৰফুল্ল দত্ত
শ্ৰীহেৰম্ব বৰদলৈ শ্ৰীমান প্ৰফুল্ল গোস্বামী

স্বাঃ শ্ৰীজ্ঞাননাথ বৰা
২৮।১।৬৮

—:০:—



সভাপতি শ্ৰীজ্ঞাননাথ বৰাদেৱে মূল সভাত ভাষণ দিছে।





উপ সভাপতি ডঃ মহেশ্বৰ নেওগে পতাকা উত্তোলন কৰিছে।



সভাপতি শ্ৰীজ্ঞাননাথ বৰাদেৱ।



লব্ধপ্ৰতিষ্ঠ সাহিত্যিক শ্ৰীহেম বৰুৱাই প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰি ভাষণ দিছে।



অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীকমলাপ্ৰসাদ আগৰৱালাই
আদৰণী ভাষণ দান কৰিছে।